


# চাহ শিল্পৰ কথা আৰু অসম

ড° অঞ্জন বৰুৱা

**SAH SILPAR KATHA ARU ASOM : A study on different aspects on tea in Assamese regarding tea plant, origin & development, written by Dr. Anjan Barua, Published by Dr. Ramcharan Thakuria, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat-1, first published-1994 Price Rs. Sixty only.**

---

চাহ শিল্পৰ ভূমিকা
আৰু অসম



প্ৰকাশক:
ড: ৰামচৰন ঠাকুৰীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

প্ৰকাশ কাল:
জানুৱাৰী ১৯৯৪

প্ৰচ্ছদ :
জ্ঞানেন্দ্ৰ বৰকাকতি

মূল: ৬০ টকা

ছপাশাল:
দিশপুৰ প্ৰিন্ট হাউচ
অগ্ৰদূত ভৱন, দিশপুৰ
গুৱাহাটী-৬

## এই গ্ৰন্থখনি

ককাদেউতা

৺খগেশ্বৰ বৰুৱা, বি.এ. (কলিকতা)
(১৮৮১-১৯৫১)
মুন্সিফ আৰু অনাৰেৰী মেজিচষ্ট্ৰেট, যোৰহাট

আৰু

ককাইদেউ,

ডা: উৎপল বৰুৱা,
এম.বি.বি.এচ. (ডিব্ৰু) পি.এইচ.ডি (শ্বোফিল্ড)
চি.বায়ল, এম.আই.বায়ল
"জাষ্টিচ অৱ পিচ"
(JUSTICE OF PEACE)
নটিংহামশ্বায়াৰ, ইংলেণ্ডৰ নামত অৰ্পিত

## প্ৰধান সম্পাদকৰ একাষাৰ

অসমৰ চাহ শিল্পই ইতিমধ্যে ৰাষ্ট্ৰ তথা বিশ্বৰ চাহ বজাৰত এখন সুকীয়া আসন গ্ৰহণ কৰিব পাৰিছে বুলি ভাবি গৌৰৱ কৰাৰ থল আছে। অসমত উৎপাদিত চাহে ভাৰতবৰ্ষৰ মুঠ চাহ উৎপাদনৰ প্ৰায় ৫৬ শতংশ অধিকাৰ কৰিছে। তাতোকৈ গুৰুত্বপূৰ্ণ কথা অসমৰ চাহ শিল্পৰ লগত জৰিত চাহ শ্ৰমিকৰ সংখ্যা প্ৰায় ৫০ লাখ মান হ'ব। আনহাতে চাবলৈ গ'লে আমাৰ ৰাজ্যখনৰ চাহ শিল্পৰ গুৰুত্ব আৰু অৰ্থনৈতিক ভূমিকাৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এনে এটা গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত লিখা ড° অঞ্জন বৰুৱাৰ দ্বাৰা ৰচিত "চাহ শিল্পৰ কথা আৰু অসম" শীৰ্ষক গ্ৰন্থখন আমাৰ বাবে অতি মূল্যবান হ'ব বুলি আমি বিবেচনা কৰিছো। গ্ৰন্থখনত চাহ শিল্পৰ ইতিহাস তথা উক্ত শিল্পৰ লগত জড়িত আন আন দিশৰ ওপৰতো আলোকপাত কৰা হৈছে। আশা, আমাৰ বাবে উক্ত গ্ৰন্থখনে এখন জনপ্ৰিয় আৰু তথ্যনিষ্ঠ হাতপুথিৰ খালি ঠাই পূৰাব পাৰিব বুলি নিশ্চিতভাৱে আশা কৰিব পাৰি।

গ্ৰন্থখন প্ৰকাশৰ উপযোগী কৰি যুগুতাই দিয়া বাবে ড° অঞ্জন বৰুৱালৈ আমাৰ শলাগ যাচিছোঁ। লগতে, দিশপুৰ প্ৰিন্ট হাউছৰ স্বত্বাধিকাৰ আৰু কৰ্মচাৰীবৃন্দলৈ তেওঁলোকৰ সহযোগিতাৰ বাবে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো। গ্ৰন্থখনে পঢ়ুৱৈ সমাজৰ সমাদৰ পোৱা বুলি জানিব পাৰিলে আমাৰ উদ্দেশ্য সাৰ্থক হোৱা বুলি ভাবিম।

১ জানুৱাৰী, ১৯৯৬ — ড° ৰামচৰণ ঠাকুৰীয়া
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১ — প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## লেখকৰ কথা

চাহ আমাৰ অতি পৰিচিত আৰু প্ৰিয় পানীয়। চাহ অসমৰ প্ৰথম শিল্প, কিন্তু ১৫০ বছৰীয়া এই শিল্পটোৰ বিষয়ে জনাৰ বাবে আমাৰ অসমীয়া মানুহৰ বিশেষ কৌতূহল নাছিল। পৃথিৱীৰ ভিতৰত অসম এখন বিখ্যাত চাহ উৎপাদন কৰা দেশ হিচাপে অসমীয়া মানুহে গৌৰৱ কৰে। চাহশিল্পটো যেন অসমীয়া সমাজৰ মূল-সূঁতিটোৰ পৰা আঁতৰি আওহতীয়া ঠাইত গঢ়ি উঠিছিল, চাহখেতিৰ কথা, চাহৰ বেপাৰত লাভ হোৱা ধনৰ পৰিমাণৰ কথা আদি অসমীয়া মানুহে ভূ-ভা পোৱা নাছিল। এক অভিজাত সম্প্ৰদায়ৰ খেতি আৰু শিল্প হিচাপে অসমীয়া মানুহে গণ্য কৰিছিল আৰু এই চাহ খেতিয়কসকলক সন্মান আৰু ভয় কৰিছিল।

চাহশিল্পৰ এক মোহনীয় অতীত আছে। চাহশিল্পৰ বুৰঞ্জী, কাহিনী, কলা-সংস্কৃতি, আচাৰ-অনুষ্ঠান, ধৰ্মীয় ৰীতি-নীতি মানৱসমাজ আৰু সংস্কৃতিৰ বিকাশত কিদৰে ওত:প্ৰোতভাৱে লাগি আছে, আমি চাহৰ দেশৰ মানুহ হিছাপে ক'বই নোৱাৰো, অসমীয়া ভাষাত চাহৰ বিভিন্ন দিশ আলোচনা কৰা গ্ৰন্থ তৰহে তৰহে থাকিব লাগিছিল; কিন্তু দুখৰ কথা, এনে ধৰণৰ পৰিচয়মূলক গ্ৰন্থই হওক বা তথ্যপূৰ্ণ গৱেষণামূলক গ্ৰন্থই হওক আমাৰ ভাষাত চাহৰ কিতাপৰ বৰ অভাৱ। লেখক চাহ শিল্পৰ বিশেষজ্ঞ নহয়। এই লেখকে চাহৰ কিতাপ এখনৰ প্ৰয়োজনীয়তা লক্ষ্য কৰিয়েই নিজে 'বিশ্ববন্দিত চাহশিল্প' নামেৰে গ্ৰন্থ এখন লিখি প্ৰকাশ কৰে আৰু চাহৰ বিষয়ে অসমীয়া মানুহে কিছু কথা জনাত সহায়ক হৈ পৰে বুলি জানিব পৰা গৈছে। অসম সাহিত্য সভাই, এই লেখকক এখন পৰিচয়মূলক গ্ৰন্থ তিনিমাহৰ সময়ৰ ভিতৰত লিখি দিয়াৰ গধুৰ দায়িত্ব দিয়ে। লেখকে আন্তৰিকতাৰে এই দায়িত্ব পালনৰ চেষ্টা কৰিছে যাতে অসমীয়া ৰাইজে চাহৰ বিষয়ে কিছু কথা জানিব পাৰে। এই গ্ৰন্থখন এখন পৰিচয়মূলক, জনপ্ৰিয় আৰু তথ্যভিত্তিক— এই তিনিটা দিশ লক্ষ্য কৰি এক 'ব্লেণ্ড' (blend) হিছাপে লিখাৰ যত্ন কৰা হৈছে। এই 'ব্লেণ্ডিং'ত

লেখক কিমান সাৰ্থক হৈছে, লেখকে নিজে বুজি পাবলৈ টান। পাঠক-পাঠিকাইহে এই 'ব্লেডিং'ত সফল হৈছো নে নাই ক'ব পাৰিব। এই গ্ৰন্থখনত কিছু অনিচ্ছাকৃত ভুল-ত্ৰুটি থাকি যাব পাৰে, তাৰবাবে যেন ৰাইজে লেখকক ক্ষমা কৰে। চাহশিল্পৰ এই কিতাপখন এখন সম্পূৰ্ণ গ্ৰন্থ নহয়, মাত্ৰ কিছুমান বিষয়তহে আলোচনা আগবঢ়োৱা হৈছে।

চাহশিল্পৰ বিবিধ ৰসাল ঐতিহাসিক, ধৰ্মীয়, সাহিত্য সম্পৰ্কীয়, অৰ্থনৈতিক, বেহা-বেপাৰ, বিজ্ঞান সম্পৰ্কীয় আৰু আন আন মাদকতাপূৰ্ণ কথা-কাহিনী সকু গ্ৰন্থ এখনত তুলি ধৰিব নোৱাৰি।

আশাকৰো অসমীয়া ৰাইজে চাহৰ বিষয়ে কিছু কথা এই গ্ৰন্থৰ যোগেদি জানিব পাৰিব। অসম সাহিত্য সভাই ৰাইজক এই সেৱা আগবঢ়াবলৈ সুবিধা দিয়াত লেখক অসম সাহিত্য সভাৰ ওচৰত চিৰ কৃতজ্ঞ।

তৰাজান শ্ৰী অঞ্জন বৰুৱা
যোৰহাট,
১৮-১০-৯৩

* * *

# সূচীপত্ৰ

## প্ৰথম ভাগ

### (ক) চাহ শিল্পৰ ইতিবৃত্ত

## সূচীপত্ৰ

### দ্বিতীয় ভাগ



### তৃতীয় ভাগ



## প্ৰথম ভাগ

# চাহ শিল্পৰ ইতিবৃত্ত

# চাহখোৱা প্ৰথা ক'ত আৰু কেনেকৈ আৰম্ভ হ'ল ?

মানৱ সভ্যতা আৰু সংস্কৃতিয়ে বিভিন্ন সময়ত পৃথিৱীৰ বিভিন্ন উপৰিভাগত থকা বিভিন্ন উদ্ভিদ, জীৱ-জন্তু আৰু পশু-পক্ষীৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছিল। মানৱ সমাজৰ আদিম কৃষি স্তৰত পৃথিৱীৰ বিশেষ বিশেষ অঞ্চলত কৃষি সভ্যতাৰ উদয় হৈছিল। সেই সেই অঞ্চলৰ মানুহে নিজৰ প্ৰয়োজনৰ বাবে আৰু অভাৱ দূৰ কৰিবলৈ বিশেষ বিশেষ উদ্ভিদ চিনাক্ত কৰি দৈনন্দিন জীৱনত ব্যৱহাৰ কৰি কৃষি সভ্যতাক আগুৱাই নিছিল। সেয়ে যিবোৰ অঞ্চলত এনে কৃষি অঞ্চল গঢ়ি তুলিবলৈ সেই সেই ঠাইৰ অধিবাসীসকল কৃতকাৰ্য হৈছিল; পৰৱৰ্তীকালত এনে অঞ্চলৰ লোকসকল সভ্যতা আৰু সংস্কৃতিত আগুৱাই গৈ এনে অঞ্চলসমূহক বিশ্ববিখ্যাত সভ্যতাৰ কেন্দ্ৰ কৰি তুলিছিল।

মানৱ সভ্যতা, বৌদ্ধিক আৰু বিভিন্ন সংস্কৃতিৰ জন্মদাতা, নতুন নতুন চিন্তাৰ জন্মৰ এক অন্যান্য মহান আৰু ঐতিহ্যপূৰ্ণ দেশ হিছাপে মহচীন বিশ্ববন্দিত। মানৱ সভ্যত আৰু সংস্কৃতিলৈ চীনাসকলৰ অৱদান অলঙঘনীয়।

ঐতিহ্যপূৰ্ণ চীন দেশতেই ধানৰ প্ৰথম খেতি কৰা হৈছিল। ঠিক সেইদৰে চাহৰো জন্মস্থান চীনদেশ। এই দুবিধ প্ৰচলিত খাদ্যদ্ৰব্য আহাৰ আৰু পানীয় হিছাপে চীনদেশতেই সৰ্বপ্ৰথম গ্ৰহণ কৰা হয়। ধান আৰু চাহৰ কোনবিধৰ প্ৰচলন প্ৰথমতে হয় সেই প্ৰশ্ন উত্থাপন হোৱাটো স্বাভাৱিক। ধান আৰু চাহ এই দুয়োবিধ শস্যৰ প্ৰচলন অতি প্ৰাচীন। উদ্ভিদতত্ত্ববিদ জুলিয়েনে কোৱা মতে, ২৮০০ খৃ:পূ:ত চীনৰ সম্ৰাটৰ বাবে প্ৰথম ধানখেতি কৰা হৈছিল। আনহাতে চাহৰ ব্যৱহাৰ খৃ:পূ: ২৭০০ বছৰৰ আগতে চীন সম্ৰাট প্ৰবাদপুৰুষ চেন্‌নঙৰ দিনৰ পৰা আৰম্ভ হয় বুলি জনা যায়। সাধাৰণতে পিয়াহ বা ভাগৰ গুচাবলৈ পানী খোৱা হয়, কিন্তু এই পানী কেনেকৈ পানীয় হিছাপে ব্যৱহাৰ কৰিব পাৰি তাকে লৈ চিন্তা কৰোঁতেই সম্ভৱ পানীয়ৰ জন্ম হ'ল। উদ্ভিদ বিজ্ঞানী ৱাৰ্কিলৰ মতে, মানুহে প্ৰথমে খাদ্য শস্য আৰু দ্বিতীয়তে মাহ জাতীয় শস্য আৰু তাৰ পিছত শাক জাতীয় উদ্ভিদ, তেলজাতীয় গুটি আদি ক্ৰমাৎ

ব্যৱহাৰ কৰিবলৈ ধৰে; এইদৰে চালে দেখা যায় যে পানীয়ৰ জন্ম খাদ্য শস্যৰ সমসাময়িক বুলি ক'ব পাৰি।

মানুহক মদৰ ৰাগীয়ে নধৰা সৰ্বপ্ৰধান পানীয় তিনিবিধ, যেনে— চাহ, কফি আৰু ক'ক'। ধান আৰু ঘেঁহু যিদৰে জীৱনধাৰণৰ অপৰিহাৰ্য খাদ্য সামগ্ৰী ঠিক সেইদৰে উপৰোক্ত পানীয় তিনিবিধক অপৰিহাৰ্য সামগ্ৰীৰ ভিতৰত অন্তৰ্ভুক্ত কৰিব নোৱাৰি; কিন্তু গোটেই পৃথিৱী জুৰি ব্যৱহাৰ কৰালৈ চাই ইয়াক বিলাসিতাৰ সামগ্ৰী বুলিহে ক'ব পাৰি।

সকলো সভ্য সমাজত খাদ্য সামগ্ৰীৰ মাজত পানীয়ৰ বহুল প্ৰচলন দেখা যায়। এই পানীয়ৰ প্ৰচলনে মানুহৰ অন্তৰত এনে এক গুৰুত্বপূৰ্ণ স্থান লৈছে যে এই পানীয়ৰ অবিহনে যেন দৈনন্দিন জীৱন অসাৰ আৰু অসম্ভৱ। এই পানীয়ৰ প্ৰয়োজনীয়তা অন্তত: মানসিকতাৰ ফালৰ পৰা আৱশ্যকীয় হৈ পৰিছে, যিবোৰ জাতিৰ জীৱনধাৰণৰ মান উচ্চ সেইবোৰ সমাজৰ পৰিয়ালৰ জীৱনত পানীয়ই এক গধুৰ স্থান লোৱা দেখা যায়। জীয়াই থাকিবলৈ বা পিয়াহ গুচাবলৈ পানীৰ বাহিৰে অন্য কোনো পানীয়ই মানুহক জীয়াই ৰাখিব নোৱাৰে। পানীয়ৰ প্ৰতি আকৰ্ষণৰ কাৰণ হ'ল— ইয়াত আছে বিশেষ সোৱাদ, গোন্ধ আৰু উত্তেজনা প্ৰৱণতা। পিয়াহ, ভাগৰ বা অৱসাদ, দূৰ কৰিবলৈ বেলেগ বেলেগ জাতিৰ মানুহৰ মাজত বেলেগ বেলেগ পানীয়ই প্ৰভাৱান্বিত কৰা দেখা যায়। মানুহৰ সামাজিক ৰীতি-নীতিয়েই ইয়াৰ ওপৰত বিশেষ প্ৰভাৱ পেলাইছে। পানীৰ বাহিৰে অন্যান্য যিবোৰ শীতল পানীয়ৰ প্ৰচলন দেখা যায় সেইবোৰৰ মুখ্য উদ্দেশ্য হৈছে পিয়াহ দূৰ কৰা। এইবোৰ পানীয়ৰ খাদ্যমূল্য নিচেই সামান্য। পানীয় হিছাপে চাহ আৰু কফিৰ প্ৰচলন পৃথিৱী ব্যাপি আৰু এই দুবিধ পানীয়ই সামাজিক জীৱনত অতি গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। আমেৰিকাৰ সৈন্যবাহিনীৰ আহাৰৰ তালিকাত চাহ আৰু কফি প্ৰথম শ্ৰেণীৰ উত্তেজক পানীয়। ক'কক প্ৰধানকৈ পুষ্টিকৰ পানীয় হিছাপে তালিকাভুক্ত কৰা হৈছে। মদৰ শাৰীত বহুতো পানীয়ৰ নাম পোৱা যায়। এইবোৰ পানীয়ৰ ধৰ্ম, উত্তেজনা প্ৰৱণতা ওপৰৰ তিনিবিধ পানীয়ৰ মাজত পাৰ্থক্য আছে। প্ৰথম অৱস্থাত মদে মানুহৰ উত্তেজনা বৃদ্ধি কৰে; উত্তেজনাৰ অন্তত অৱসাদ আনে। কিন্তু চাহ, কফি আৰু ক'কই এই অৱসাদ নানে।



তিনিবিধ প্ৰধান পানীয়ৰ ভিতৰত চাহৰেই প্ৰচলন আটাইতকৈ প্ৰাচীন আৰু তাৎপৰ্যপূৰ্ণ। শ শ বছৰ ধৰি কোটি কোটি মানুহক চাহে তৃপ্তি দান কৰি আহিছে। ইউৰোপ মহাদেশলৈ চাহ গৈ পোৱাৰ বহুকাল আগৰে পৰা প্ৰাচ্যবাসীসকলৰ মাজত চাহে কৃষি আৰু আহাৰৰ তালিকাত সন্মানিত স্থান পাই আহিছে। চাহে উপভোগ্য পানীয় আৰু আহাৰৰ সোৱাদ বঢ়োৱাৰ উপৰিও অন্য এক উদ্দেশ্য পূৰণ কৰিছিল। প্ৰাচ্যবাসীৰ মাজত অস্বাস্থ্যকৰ পৰিৱেশ, দূষিত আৰু লেতেৰা পানী চাহৰ মাজেৰে শোধন কৰি খাই বীজাণুমুক্ত হৈছিল। প্ৰাচ্য আৰু সুদূৰ প্ৰাচ্যৰ দেশবিলাকত ভাল খোৱা পানী আজিও পোৱা নাযায়। দূষিত পানী খাই আজিও কোটি কোটি মানুহে বেমাৰ ভুগি আছে। চাহ কৰোঁতে পানীৰ বীজাণুবিলাক মৰি যায়।

মদৰ ৰাগীয়ে নধৰা উদ্ভিদৰ পৰা পোৱা এনে পানীয় (Non-alcoholic beverage) ৰ আবিষ্কাৰ কৃষিসভ্যতাৰ বুৰঞ্জীত চীনাসকলৰ 'চাহ' মানৱ সভ্যতা-সংস্কৃতিলৈ এক অপূৰ্ব অৱদান।

## চাহ বা 'টি' শব্দৰ উৎপত্তি

চাহ আৰু আন আন ভাষাত ব্যৱহৃত 'টি' শব্দৰ উৎপত্তি চীন দেশৰ স্থানীয় আমৈ ভাষাৰ পৰা উৎপত্তি হৈছে। চীনা ভাষাত চাহক 'চ্ছা' (Cha) বুলি উচ্চাৰণ কৰে। লুইউ এ 'চ্ছাচ্ছিং' নামৰ কিতাপত সেই সময়ত চীন দেশত চাহক পাঁচটা নামেৰে জনা গৈছিল বুলি বৰ্ণনা কৰিছে—

চ্ছা (cha) — টি (tea)
কিয়া (kia) — টি (tea)
ছে (she) — টি (tea)
মিং (ming) — বসন্তকালৰ কুঁহিপাত
ছুৱেন (chuen) — বুঢ়াপাত

আমৈ ভাষাত চাহক 'টি' (te) বুলি লিখে কিন্তু 'টে' বুলি উচ্চাৰণ কৰে, কেণ্টন অঞ্চলত 'চ্ছা' (cha) বুলি লিখা হয়। কিন্তু 'চাহ' (chah) বুলি উচ্চাৰণ কৰে। চাহৰ নাম বৌদ্ধ সন্ন্যাসী, বেপাৰী, ভ্ৰমণকাৰীসকলৰ

যাগেদি জাপান, ভাৰতবৰ্ষ, পাৰস্য, ৰুচিয়া আদি দেশলৈ বিয়পে। ওলন্দাজসকলে জাভাৰ মাজেৰে ইউৰোপলৈ চাহ নিওঁতে চাহক 'টে' (te) বুলি কৈছিল। ইংলেণ্ডত প্ৰথমৰ পৰাই চাহক 'চ্ছা' (cha) বুলি কোৱা হৈছিল। তাৰপিছত 'টে' (tay) আৰু 'টী' (tea) নাম পালে। পোপৰ Rape of the Lock নামৰ কবিতাটিত চাহক 'tay' বুলি কোৱা হৈছে।

"Here thou, great Anna! Whom three realms obey,
Dost sometimes counsel take and sometimes tay."

চীন দেশৰ বিখ্যাত চাহ অঞ্চল বেহিয়া। পোপে চাহক বেহিয়া বুলিও কয়—

"Where the gilt chariot never marks the way,
where none learn ombre, none e'er taste Bohea."

বহুদিনলৈকে চাহক 'টে' আৰু 'টি' বুলি কোৱা হৈছিল। ১৬৮৭ চনত মেথিউ প্ৰায়ৰ নামৰ কবি এজনে টি (tea) হিছাপে ব্যৱহাৰ কৰা পোৱা যায়—

'And I remember, 'said the sober Mouse,
'I've heard much talk of the wits coffee house,
'Thither' said Bundle, 'you shall go and see priests
sipping coffee and poets tea.'

১৮শ শতিকাৰ আৰম্ভণিৰে পৰা বৰ্তমান প্ৰচলিত tea শব্দৰ প্ৰচলন ব্যাপক আৰু জনপ্ৰিয় হৈ উঠিছে।

ভাৰতবৰ্ষলৈ চাহ কেতিয়া কাৰ যোগেদি আহিল কোৱা টান। এই চাহ সেই সময়ৰ ইউৰোপীয় বেপাৰীসকলে আমদানী কৰিছে বুলি ধাৰণা কৰা যায়। ভাৰতীয় ভাষাত চাহক চা, চাহ, চাই হিছাপেই কোৱা হয়। এই শব্দ চীন দেশৰ পৰাই আমদানি হৈছে নিশ্চয়।



চীনা ভাষাত চাহ (cha) শব্দ তলত দেখুৱাৰ দৰে লিখা হয় (ideograph)। এই চাহ শব্দৰ উচ্চাৰণৰ বৈশিষ্ট্য বিশ্লেষণ কৰি দেখা গৈছে যে এই শব্দৰ উচ্চাৰণৰ তাৎপৰ্য সংখ্যাৰে প্ৰকাশ কৰিব পাৰি। এই উচ্চাৰণৰ (Strokes) তাৎপৰ্য ওপৰৰ পৰা আৰম্ভ কৰি তললৈ ক্ৰমাৎ নমাই অনা হয়। সপ্তম শতিকাৰ পৰা চাহক তলত দেখুৱাৰ দৰে লিখা হৈ আহিছে।



# চাহৰ পানীয় আৰু ঔষধীয় গুণ

প্ৰাচীন কালৰে পৰাই চীন আৰু জাপান দেশৰ মানুহে চাহৰ বিভিন্ন গুণাগুণ লক্ষ্য কৰি চাহক এক অলৌকিক পানীয় বুলি বৰ্ণনা কৰি আহিছে। কালক্ৰমত চাহে পৃথিৱীৰ বিভিন্ন দেশত আমোদ-অনুপ্ৰেৰণা যোগোৱা আৰু ৰোগ নিবাৰক পানীয় হিছাপে স্বীকৃতি পাই আহিছে। বৰ্তমান চাহৰ ৰাসায়নিক বিশ্লেষণৰ যোগেদি বিভিন্ন গুণাগুণ নিৰ্ণয় কৰাৰ পিছত জনা গৈছে যে চাহৰ বহুতো আচৰিত গুণ আছে। চাহত থকা এনজাইমে আহাৰ জীন নিওৱাত সহায় কৰে, মূত্ৰৰ বিষ কমায়। চাহে নাৰীৰ গৰ্ভস্থ সন্তানৰ কোনো অনিষ্ট নকৰে, হৃদযন্ত্ৰ আৰু স্তনৰ ৰোগো সৃষ্টি নকৰে। গৰ্ভস্থ সন্তানৰ স্বাভাৱিক বৃদ্ধিত চাহে সহায় কৰে। চাহে সিৰ টান হোৱা, সংকোচন হোৱা আৰু তেজৰ কলেষ্টেৰল বৃদ্ধি হোৱাত বাধা দিয়ে। জাপানী বিজ্ঞানীসকলৰ মতে সেউজীয়া চাহে কলেৰা, টাইফয়দ আৰু গ্ৰহণী ৰোগৰ জীৱাণুৰ বৃদ্ধিত বাধা দিয়ে। ছোভিয়েত দেশৰ বিজ্ঞানীসকলৰ মতে চাহে সিৰৰ স্থিতিস্থাপকতা, ৰক্তস্ৰাৱ, ৰক্তচাপ আদি নিয়ন্ত্ৰণ কৰে। তেওঁলোকৰ মতে সিৰা-উপসিৰা শক্তিশালী কৰি ৰখাৰ ক্ষেত্ৰত চাহৰ লগত ফেৰ মাৰিব পৰা টনিক এতিয়াও ওলোৱা নাই। চাহত থকা বিভিন্ন ভিটামিন— যেনে বি১, বি২ খনিজ পদাৰ্থ যেনে জিংক, মেংগানিজ, পটাছ আদিৰ পৰা শৰীৰ উপকৃত হয়; চাহে শৰীৰৰ উষ্ণতা নিয়ন্ত্ৰণ কৰে। বিজ্ঞানীসকলৰ মতে গৰম জলবায়ুত বাস কৰা লোকে দিনটোত অলপ অলপকৈ কেইবা কাপো চাহ খোৱা উচিত। চাহে বিষৰদ্বাৰা আক্ৰান্ত হোৱা লোকৰ বিষক্ৰিয়া দূৰ হোৱাত সহায় কৰে। এইক্ষেত্ৰত চাহক প্ৰাথ মিক সেৱা (First-aid) বুলি কোৱা হয়। বিষৰদ্বাৰা আক্ৰান্ত হ'লে শৰীৰ বিকল হৈ পৰে। কিন্তু চাহে বিষক্ৰিয়া ৰোধ কৰি স্বাভাৱিক অৱস্থালৈ অহাত সহায় কৰে। চাহে প্ৰখৰ ৰ'দে কৰিব পৰা গাৰ বিষ আৰু পোৰণি হোৱাত বাধা দিয়ে।

দুৰাৰোগ্য কেন্সাৰ ৰোগ হোৱাত চাহে সহায় কৰে নেকি এই বিষয়ে পৃথিৱীৰ বিভিন্ন দেশ যেনে জাপান আৰু আমেৰিকাত ব্যাপক গৱেষণা চলিছে। বিজ্ঞানীসকল এতিয়া নিশ্চিত যে চাহে কেন্সাৰ ৰোগ নকৰে। বৰং শৰীৰ আৰু মন ভালে ৰখাত চাহ এক অপ্ৰতিদ্বন্দ্বী পানীয়।



# ইউৰোপীয় বেপাৰী আৰু চাহৰ প্ৰচাৰ

চীন আৰু পাশ্চাত্যৰ মাজত সংযোগ স্থাপনৰ প্ৰথম এহেজাৰ বছৰৰ ভিতৰতো ষোল্লশ শতিকালৈ ইউৰোপত এই চাহ গছৰ বিষয়ে বা ইয়াৰ পৰা প্ৰস্তুত কৰা পানীয়ৰ বিষয়ে প্ৰচাৰ হোৱা নাছিল। দুঃসাহসী ইউৰোপীয় বেপাৰীসকলৰ প্ৰাচ্য আৰু দূৰ প্ৰাচ্যৰ দেশৰ বিভিন্ন কথাৰ প্ৰতি বিশেষ কৌতুহল আছিল। সুদূৰ প্ৰাচ্যত বাণিজ্যৰ প্ৰসাৰণ কৰোঁতাসকলৰ মাজত আগভাগ লওঁতা পৰ্তুগীজসকলেই প্ৰথমে চীন দেশলৈ আহে। পৰ্তুগীজসকলে ১৫১৬ চনত কেন্টনৰ ওচৰৰ মাকাওত থাকিবলৈ লয়। ইয়াৰ পিছত স্পেনিচসকল ফিলিপাইনলৈ আহি মাকাওক বন্দৰ হিছাপে লয়। ওলন্দাজসকলেও আহি জাকাৰ্টত থিতাপি লয়হি। ইতিমধ্যে ভাৰতৰ চুৰাট আৰু মাদ্ৰাজ অঞ্চলত ইংৰাজে খোপনি পুতিছিল। তেওঁলোক চীনদেশলৈকো আহিবলৈ ধৰে। এওঁলোক আহি পোৱাৰ পিছতে আধিপত্য স্থাপন আৰু বিস্তাৰ কৰিবলৈ যাওঁতে যুদ্ধ বিগ্ৰহ লাগে আৰু শেষত বৃটিছে এই অঞ্চলত খোপনি পুতিবলৈ সক্ষম হয়। বৃটিছ চৰকাৰে ইষ্টইণ্ডিয়া কোম্পানীক ১৭১৫ চনত ১০০ বছৰৰ কাৰণে এচিয়া মহাদেশত একচেটীয়াভাৱে বেহাবেপাৰ চলাবলৈ কৰ্তৃত্ব দিয়ে। কেন্টন অঞ্চলত বৃটিছে দৃঢ়ভাৱে খোপনি পোতে আৰু ইউৰোপত চাহৰ প্ৰৱৰ্তন আৰু চাহৰ বজাৰ সৃষ্টি কৰে।

ইউৰোপীয় লেখকসকলৰ ভিতৰত ভেনিচৰ ৰেমুছিয় নামৰ এজন চৰকাৰী বিষয়াই ১৫শ শতিকাৰ মাজভাগত লিখা (১৫৯৬) ভ্ৰমণ কাহিনীত চাহৰ বিষয়ে কিছু কথা প্ৰকাশ পায়। এই সময়ৰ পৰাই ইউৰোপীয় বিভিন্ন ভাষাত চাহৰ বিষয়ে নানা কথা প্ৰকাশ হ'বলৈ ধৰে। ৰোমান সকলে এই বিষয়ে নানা বৰ্ণনা লেখিছিল। লিনচকটেন নামৰ এজন বিষয়াই গোৱাত পৰ্তুগীজ আৰ্কবিচপৰ সচিব (১৫৮৩-১৫৮৯) হৈ থাকোঁতে হীতনেৰেৰিঅ (ভ্ৰমণ কাহিনী) নামৰ কিতাপ এখন ১৫৯৬ চনত প্ৰকাশ কৰে আৰু লগে লগে এই কিতাপখন ইংৰাজীলৈ অনুবাদ কৰা হয়। এই কিতাপখনে ইংলেণ্ড আৰু ইউৰোপীয় বেপেৰুৱা জাতি বিলাকৰ মাজত নতুন উদ্যম জগাই তুলিলে। প্ৰাচ্যত বেহা বেপাৰ কৰিবলৈ আগ্ৰহ জন্মোৱাৰ ক্ষেত্ৰত এই কিতাপখনৰ ভূমিকা গুৰুত্বপূৰ্ণ। এই সময়ৰ পৰা সুদূৰ প্ৰাচ্যত পৰ্তুগালৰ প্ৰভাৱ লাহে

লাহে লোপ পাই আহিছিল আৰু সেই ঠাই দখল কৰিছিল হলেণ্ডে। ওলন্দাজ বেপাৰীসকলে প্ৰাচ্যত বেহাবেপাৰৰ বিৰাট প্ৰাচুৰ্য্যৰ সম্ভাৱনা দেখি দলে দলে জাহাজেৰে সুদূৰ প্ৰাচ্যলৈ আহিবলৈ ধৰে।

তেওঁলোকে পৰ্তুগীজসকলক বেহা বেপাৰৰ ক্ষেত্ৰত পৰাভূত কৰিলে। জাভা লাভ কৰাৰ পিছত ওলন্দাজসকলে জাপানত বাণিজ্যিক প্ৰাধান্য লাভ কৰিছিল আৰু সেইবাবে চীনতকৈ জাপানৰ পৰাহে প্ৰথমে চাহ ইউৰোপত আৰু হলেণ্ডত প্ৰায় ১৬২০ চনত প্ৰচলিত হৈছিল বুলি ভবা হয়। সম্ভৱতঃ একে সময়তে পৰ্তুগালতো চাহৰ প্ৰচলন হৈছিল; কাৰণ সেই শতিকাৰ মাজভাগত পৰ্তুগীজ ৰাজ দৰবাৰত কেথেৰিণৰ চাহ বৰ প্ৰিয় পানীয় আছিল।

ইংলেণ্ডত চাহ কেতিয়া সোমায় ঠিৰাংকৈ কোৱা টান যদিও আৰ্থাৰৰিজে ১৬১০ চনত চাহৰ প্ৰচলন হয় বুলি কয়। আনহাতে মেনেলে ১৬৪৫ চনত ডাটছ ইষ্টইণ্ডিয়া কোম্পানীৰ জৰিয়তে চাহ ইংলেণ্ডত সোমায় বুলি কয়। ইংলেণ্ডলৈ প্ৰথমে ওলন্দাজসকলৰ জৰিয়তে চাহ আহে। ওলান্দাজসকলে জাৰ্মানীত ১৬৫০ চনত চাহৰ প্ৰচলন কৰে বুলি হাৱেলে উল্লেখ কৰিছে। ১৬৩৫ চনত এজন জাৰ্মান ডাক্টৰে চাহক তীব্ৰভাৱে সমালোচনা কৰাৰ্লৈ চাই সেই সময়তে চাহ জাৰ্মানীত প্ৰচলিত হৈছিল বুলি ধৰিব পাৰি। স্কাণ্ডি নেভিয়া দেশবোৰত ১৬৫০ চনৰ পৰা চাহৰ প্ৰচলন হ'বলৈ ধৰিলে। ফ্ৰান্সত ১৬৩৫ চনত চাহে প্ৰবেশ কৰি লাহে লাহে সমাদৰ লাভ কৰিলে। ৰুছিয়াতো ১৮৩৩ চনত চীন দেশৰ পৰা কেইবা বাকচো চাহ উপহাৰ হিচাপে প্ৰবেশ কৰিলে। পশ্চিম ইউৰোপৰ লগত বাণিজ্যিক লেনদেন সাধাৰণতে সাগৰেদি হৈছিল; কিন্তু পূৱ ইউৰোপীয় দেশৰ লগত ঘোঁৰা গাড়ীৰেই বেহাবেপাৰ চলিছিল। সেই সময়ত চীনৰ পৰা মস্কো পাবলৈ ঘোঁৰাগাড়ীৰে ১৮ মাহ সময় লাগিছিল। চাহ কিদৰে তৈয়াৰ কৰিব লাগে সেই কথা ভালকৈ নজনাৰ কাৰণে অলপ অসুবিধাৰো সৃষ্টি হৈছিল। ১৬৬৮ চনত স্কটলেণ্ডৰ কিছুমান গণ্যমান্য ব্যক্তিয়ে চাহপাত সিজাই পানীখিনি পেলাই দিয়ে আৰু চাহপাতখিনি পিছত বন্ধাকবিৰ দৰে ৰান্ধি খায়। সেই সময়ত চাহ সাধাৰণ গেলামালৰ দোকানত বেচা নহৈছিল। দৰব জাতি বেচা দোকানতহে বেচা হৈছিল। সেই সময়ত চাহৰ যথেষ্ট দাম আছিল পাউণ্ডৰ সলনি আউন্স হিচাপেহে বেচিছিল। ইংলেণ্ডত ১৬৫০ চনত এক পাউণ্ড চাহৰ দাম ৬ পাউণ্ডৰ পৰা ১০ পাউণ্ড হৈছিল। মণ্টোগোমেৰি মাৰ্টিনে উল্লেখ কৰিছে যে ১৬৬৬ চনত চীনৰ পৰা ইউৰোপলৈ প্ৰায় ১৭ লাখ পাউণ্ড মূল্যৰ চাহ আমদানি কৰা হৈছিল।

* * *



# পৃথিৱীত চাহ বিয়পি পৰিল

ইউৰোপীয় বেপাৰীসকল বিশেষকৈ ইংৰাজ, পৰ্তুগীজ আৰু ওলন্দাজসকলৰ নিপুণ ব্যৱসায় বুদ্ধিৰ বলত চাহ পৃথিৱীৰ এক উৎকৃষ্ট পানীয় বুলি বিভিন্ন দেশত বিয়পি পৰে। কালক্ৰমত বহু দেশ চাহ এক অত্যাৱশ্যকীয় সামগ্ৰী আৰু অৰ্থনৈতিক ভেঁটি সুদৃঢ় কৰাৰ এক বিশেষ আকৰ বুলি গণ্য হ'ল। পৃথিৱীৰ বিভিন্ন দেশে চাহখেতিৰ আঁচনি ল'লে আৰু চাহ খোৱাৰ পৰিমাণো বৃদ্ধি হ'বলৈ ধৰিলে।

পৃথিৱীৰ বিভিন্ন দেশত যেনে— ইউৰোপ মহাদেশৰ সকলো দেশ, উত্তৰ আমেৰিকা, কানাডা, লেটিন আমেৰিকা, ৱেষ্টইণ্ডিজ, এচিয়া মহাদেশৰ সকলো দেশ, আফ্ৰিকা মহাদেশৰ সকলো দেশ, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড আদি সকলো দেশত চাহৰ প্ৰচলন আৰু চাহ খোৱাৰ পৰিমাণ বাঢ়ি গৈছে। ১৯৮১-৮২ চনত পৃথিৱীৰ ১৩১ খন দেশে চাহ উৎপাদনকাৰী দেশৰ পৰা চাহ আমদানি কৰে। পৃথিৱীৰ মুঠ জনসংখ্যাৰ আধালোকে চাহ খায়। পৃথিৱীৰ চুকে-কোণে চাহ পোৱা যায় আৰু দিনে ৮০০ নিযুতকৈ অধিক কাপ চাহ মানুহে খায়। ৰাসায়নিক আৰু কাৰিকৰী বিদ্যাৰ দ্ৰুত গৱেষণাৰ ফলত বহুতো ৰাসায়নিক মূল্যবান দ্ৰব্য সংশ্লেষিত কৰিব পৰা হৈছে। যেনে ৰবৰ, কুইনাইন, বিভিন্ন ঔষধ। কিন্তু চাহৰ যি গুণ তেনে এক দ্ৰব্য কৃত্ৰিম উপায়ে সংশ্লেষিত কৰি পোৱা অসম্ভৱ। পৃথিৱীৰ বিভিন্ন দেশত চাহ গছৰ খেতিৰ বাবে অন্তৰ্ভুক্তিৰ বছৰ, মাটিকালিৰ পৰিমাণ, উৎপাদনৰ পৰিমাণ, ১ নং তালিকাত দেখুৱা হ'ল।

অৱশ্যে তালিকাত উল্লেখ কৰা দেশ কেইখনৰ বাহিৰেও পেৰু, ইকুৱেদৰ, জিম্বাবুই, জেইৰি, নিউগিনি আদি দেশত কিছু পৰিমাণে চাহ খেতি হয়, বহুদেশে পৃথিৱীৰ বিভিন্ন দেশলৈ চাহ ৰপ্তানি কৰি বৈদেশিত মুদ্ৰা অৰ্জন কৰে।

তালিকা নং— ১:পৃথিৱীৰ বিভিন্ন দেশত চাহ খেতিৰ বাবে অন্তৰ্ভুক্তিৰ বছৰ, মাটিকালি, আৰু উৎপাদন

| দেশৰ নাম | অন্তৰ্ভুক্তিৰ বছৰ | খেতিমাটিৰ কালি (হেঃ ১৯৮৯) | উৎপান (হেজাৰ কেজি, ১৯৯০) |
|---|---|---|---|
| চীন দেশ | থলুৱা চাহ | ১,০৬৫,৮৬৬ | ৫১৫,০০০ |
| ভাৰতবৰ্ষ | চীনদেশৰ চাহৰ গুটি ১৭৮০ থলুৱা চাহ | ৪১৬,৫৮৪ | ৭১৪,৬৬ |
| ৰাছিয়া | ১৮৩৩ | — | ১১৫,০০০ |
| দক্ষিণ আফ্ৰিকা | ১৮৫০ | ৬,৬২৭ | — |
| মালোৱাই | ১৮৭৮ | ১৮,৫০৭ | ৩৯,০৫৯ |
| কেনিয়া | — | ৮৭,৪৭৩ | ১৯৭,০০৮ |
| উগাণ্ডা | ১৯০০ | ২০,৯০৫ | ৬,৭০৪ |
| কেমেৰুণ | — | — | ৩,০০০ |
| ব্ৰাজিল | ১৮১২ | — | ১০,০০০ |
| টাঞ্জানিয়া | — | ১৮,৮৭৫ | ১৯,৮৪৮ |

উৎস: Tea Statistics, (1989-90)



# ইংলেণ্ডত চাহৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ

Tea has done more for English Sobriety than laws sermons or moral treatises.

(ৰেনেল ১৭১৩-৯৬)

ইংলেণ্ডত চাহৰ প্ৰথম প্ৰচলনৰ বিষয়ে নিৰ্দিষ্টকৈ একো জনা নাযায় যদিও আৰ্থাৰৱিডে ১৬১০ আৰু মেনেলে ১৬৪৫ চনৰ পৰা ইষ্ট ইণ্ডিয়া কোম্পানীৰ দ্বাৰা চাহৰ প্ৰচলন হয় বুলি উল্লেখ কৰে। চাহৰ প্ৰচলনে জন জীৱনত এনে প্ৰভাৱ পেলাই যে চাহৰ চাহিদা দিনে দিনে বাঢ়ি যাব ধৰে। চাহক লৈ নানা ধৰণৰ আমোদজনক তৰ্ক-বিতৰ্ক, কাহিনী কবিতা আদি ৰচিত হয়। আশ্চৰ্য্যজনকভাৱে যদিও ইংলেণ্ডত চাহ আৰু কফিৰ প্ৰচলন একে সময়তে হ'ব ধৰে, তথাপি চাহৰ প্ৰচলনে কফিৰ গুৰুত্বপূৰ্ণ স্থান খৰ্ব কৰে। ক্ৰমান্বয়ে কফিৰ চাহিদা আৰু জনপ্ৰিয়তা ম্লান হৈ আহিবলৈ ধৰে। ইয়াৰ গুৰিতে হৈছে ইংলেণ্ডৰ কফিহাউছ বিলাকৰ বিপুল প্ৰভাৱ। দ্বিতীয় চাৰ্লছৰ ৰাজত্ব কালৰে পৰা জৰ্জসকলৰ ৰাজত্বৰ আগলৈকে কফিহাউছবিলাকেই সামাজিক জীৱনৰ প্ৰাণকেন্দ্ৰ আছিল। লণ্ডনৰ কিছুমান কফিহাউছ প্ৰাচ্যদেশীয় নামেৰে নামাকৰণ কৰা হৈছিল, যেনে— "চুলটানিজ হেড", "টাৰ্কিচ হেড", "জেৰুজালেম হেড" ইত্যাদি। এই কফিহাউছবোৰ বৰ জনপ্ৰিয় আছিল। প্ৰত্যেক লণ্ডনবাসীলোকৰেই নিজৰ ভাল পোৱা একোটা হাউছ আছিল। এই কফি হাউছবোবৰ প্ৰৱেশমূল্য আছিল এক পেনি, এক পিয়লা চাহ বা কফিৰ মূল্য আছিল দুই পেনি। পোহৰ আৰু খবৰ কাগজ বিনামূলীয়াকৈ যোগান ধৰা হৈছিল। বেলেগ বেলেগ কফিহাউছবোৰৰ বেলেগ বেলেগ ধৰণৰ পৃষ্ঠ পোষক আছিল। এই হাউছবোৰত নানা ধৰণৰ আলোচনা বেহাবেপাৰ আৰু সাহিত্য আদিক লৈ গঢ়ি উঠিছিল। বিশ্ববিখ্যাত দাৰ্শনিক বিজ্ঞানী নিউটনেও ৰয়েল চ'চাইটিৰ মিটিং শেষ কৰি এই কফি হাউছত সময় কটাইছিল। অৱশ্যে নিউটনে কফি ভাল পাইছিল নে চাহ ভাল পাইছিল তাক জনা নাযায়।

কিছুমান কফিহাউছে চাহক উচ্চ মৰ্যাদা দিবলৈ ধৰে আৰু ১৭০৪ চনৰ আগত কফিহাউছবোৰত চাহ খোৱাটো ইমান জনপ্ৰিয় হৈ পৰিছিল যে আনন্দ উৎসৱ আদিৰ ক্ষেত্ৰত চাহ খোৱা অভ্যাসৰ পৰা আঁতৰি থকা বিষয়টোহে

সমালোচনাৰ বিষয় আছিল। প্ৰথমতে ইংলেণ্ডত থমাজ গাৰৱেৰ পৰিচালনাত ১৬৫৭ চনত জনসাধাৰণৰ মাজত চাহ বেচা আৰম্ভ হয়। থমাচগাৰৱেই দূৰ প্ৰাচ্যৰ পৰা যোৱা নাবিক, বেপাৰী, ভ্ৰমণকাৰী আদিৰ দ্বাৰা এই পানীয়ৰ প্ৰতি এনেধৰণে আকৰ্ষিত হ'ল যে তেওঁ বৰ আমোদজনক প্ৰচাৰ দিয়ে। —"চাহপাত বিলাকৰ কিছুমান এনেকুৱা গুণ আছে যে সেই ঐতিহ্য, জ্ঞান, বিদ্যা আদিৰ বাবে বিখ্যাত জাতিসমূহে নিজৰ ভিতৰতে এই পাতৰ দুগুণ ওজনৰ মূল্য দি বিক্ৰী কৰিবলৈ ধৰিলে। ইয়াৰ উপৰিও এই পানীয় বস্তুটোৰ প্ৰতি আকৰ্ষণ কৰিবলৈ সৃষ্টিৰ বাবে বিভিন্ন জাতিৰ অতি বুদ্ধিমান লোকসকলে এই অংশ বিলাকত ভ্ৰমণ কৰিবলৈ ধৰিলে। এনেদৰে যথাসম্ভৱ উপায়ে কৰা চেষ্টাৰ ফলত চাহৰ বিভিন্ন গুণৰ বিষয়েও অভিজ্ঞতা অৰ্জন কৰিছিল।

চাহৰ গুণ হৈছে যে ই সৰ্বসাধাৰণভাৱে এবিধ গৰম পানীয়। শীত আৰু গ্ৰীষ্মকালৰ বাবে উপযুক্ত এইবিধ পানীয় যথেষ্ট হিতকৰ আৰু বৃদ্ধ অৱস্থালৈকে মানুহৰ স্বাস্থ্য অটুট ৰাখে।

চাহে শৰীৰক কৰ্মঠ আৰু বলিষ্ঠে কৰি ৰাখে, ই মূৰৰ বিষ, মূৰৰ ঘূৰণি আদি কমোৱাত সহায় কৰে।

ই প্লিহাৰ আসোঁৱাহ দূৰ কৰাত সহায় কৰে।

ই পাথৰী বেমাৰৰ ভাল প্ৰতিষেধক। চেনীৰ পৰিৱৰ্তে ইয়াক মিচিৰিৰ সৈতে পান কৰিলে ই বৃক্ক আৰু পেচাব পৰিষ্কাৰ কৰি ৰাখে।

ই শ্বাস প্ৰশ্বাস ক্ৰিয়াৰ আসোঁৱাহ দূৰ কৰে।

ই চকুৰ বিষ নাইকিয়া কৰা আৰু দৃষ্টি পৰিষ্কাৰ কৰাত সহায় কৰে।

ই এলাহ দূৰ কৰে আৰু পুৰণা কথা, পিত্ত আদি দূৰ কৰে আৰু যকৃত পৰিষ্কাৰ কৰে।

ই হৃদপিণ্ড বা পাকস্থলী পৰিষ্কাৰ কৰে আৰু ভোক আৰু হজম শক্তি বৃদ্ধি কৰি এই বিলাক অংগৰ দুৰ্বলতা দূৰ কৰে। বিশেষকৈ শকত লোক সকলক আৰু বেছিকৈ মাংস খোৱা লোকক ই এই ক্ষেত্ৰত সহায় কৰে।

ই তন্দ্ৰাভাৱ দূৰ কৰে। মগজুক সতেজ কৰে আৰু স্মৃতিশক্তি প্ৰখৰ কৰে।

মানুহৰ অনাৱশ্যকীয় অতিৰিক্ত টোপনি দূৰ কৰে। সাধাৰণ টোপনিও কমায়। তপত পানীৰে তৈয়াৰ কৰা অলপ চাহ খাই ললে শৰীৰৰ কোনো ক্ষতি নোহোৱাকৈ গোটেই নিশা পঢ়াত মনোযোগ দিব পাৰি। চাহে পাকস্থলীকো নিয়মীয়া উষ্ণতাত ৰাখে।

উপযুক্ত পৰিমাণৰ পাত পানীত সিজাই তাৰ দ্বাৰা কঁপনি উঠা পালজ্বৰ,



অৰুচি, জ্বৰ আদি ৰোগ নিবাৰণ কৰাত ই সহায় কৰিব পাৰে।

গাখীৰ আৰু পানীৰ সৈতে প্ৰস্তুত কৰা চাহে শৰীৰ অভ্যন্তৰ ভাগৰ অংশ বিলাক সবল কৰে। চাহে যক্ষ্মা ৰোগ ৰোধ কৰে আৰু নাড়ীৰ বিষ দূৰ কৰে।

উপযুক্ত পৰিমাণে ইয়াক গৰম পানীত মিহলালে ই যাম আৰু পেচাবৰ দ্বাৰা তেজ পৰিষ্কাৰ কৰি পানী লগা, উদৰীৰোগ আৰু স্কাৰ্ভি ৰোগ দূৰ কৰে আৰু তেজ পৰিষ্কাৰ কৰে।

ই পেটৰ সকলো প্ৰকাৰৰ বিষ দূৰ কৰে আৰু পিওৱস বিশুদ্ধ কৰে।

এই পাত আৰু পানীয় দ্ৰব্যৰ নানা প্ৰকাৰৰ গুণ আৰু ক্ষমতা যে অতি শ্ৰেষ্ঠ সেই কথা এই পানীয়ৰ প্ৰতি মানুহে দেখুৱা আদৰ ফ্ৰান্স, ইটালি, হলেণ্ড আদি আন আন খৃষ্টিয়ান ৰাষ্ট্ৰত ইয়াৰ বহুল প্ৰচলনৰ পৰাই স্পষ্টভাৱে জানিব পাৰি।"

পঢ়ুৱৈয়ে বিজ্ঞাপনটোৰ আস্বাদ পাবলৈ বিজ্ঞাপনটোৰ মূল ইংৰাজী ভাষাৰ প্ৰথম অংশটো তুলি দিয়া হ'ল—

### *AN EXACT DESCRIPTION*

The leaf is of such known vertues, that those very Nations famous for Antiquity, knowledge, and Wisdom, do frequently sell it amongst themselves for twice its weight in silver, and the high estimation of the Drink made there with hath occasioned an inquiry into the nature thereof amongst the most intelligent persons of all Nations that have travelled in those parts, who after exact tryal and Experience by all ways imaginable, have commended it to the use of their serveral countries, for its vertues and Operations, particularly asfollo-weth, viz: The Quality is moderately hot, proper for Winter or Summer. The Drink is declared to be most wholesome, preserving in perfect health extreme Old Age.

১৬৫৮ চনত প্ৰথম চাহৰ বিষয়ে "মাৰকিওৰাচ পলিটিকাচ লণ্ডন" নামৰ খবৰ কাজখনে এইদৰে প্ৰচাৰ কৰে—

"চিকিৎসা বিজ্ঞানীসকলে প্ৰমাণ দেখুওৱা এই হিতকৰ চীনা পানীয় যাক চীনাসকলে চ্ছা আন আন জাতিয়ে টে বা টি বুলি কয় সেই পানীয় ৰয়েল

এক্সছেনজ, লণ্ডনৰ পৰা চুলটানিজ হেড কফি হাউছত বিক্ৰী কৰা হৈছে।"
(That Encellent, and by all phyfitans approved, China Drink, called by the Chineans, tcha, by other Nations Tay alias Tee, is fold at the Sultanefs head, a cophee house in Sweetings Rents by the Royal Exchange, London,)

যিসকল ইংৰাজলোকে ১৬৬৯ চনৰ আগলৈকে নিয়মীয়াকৈ ইংলণ্ডলৈ চাহ আমদানি কৰাৰ আগতে চাহপান কৰিছিল সেইসকলৰ মাজত চাহে এক চিৰস্মৰণীয় স্থান লৈছিল। পেপিয়ে ১৬৬০ চনত প্ৰথম চাহ দেখা পায় আৰু তেওঁ ডায়েৰীত এইদৰে লিখে, "মই একাপ চাহ (এবিধ চীন দেশীয় পানীয়) খুজি পঠালো যিটো বস্তু মই আগতে পান কৰা নাছিলো।" সাত বছৰৰ পিছত তেওঁ ডায়েৰীৰ এটা স্তম্ভত এইদৰে লিখিছিল, "ঘৰত মই মোৰ পত্নীক চাহ কৰি থকা অৱস্থাত পালো। ই এনে এবিধ পানীয় যাৰ বিষয়ে মি: পিলিঙে মোৰ পত্নীক কৈছিল যে তেওঁৰ পানী লগা আৰু সেঙুনৰ বেমাৰৰ বাবে চাহ বৰ উপকাৰী।" ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৬৬৪ চনত ৰজা ২য় চাৰ্লছক এক পাউণ্ড দুই আউন্স ওজনৰ চাহ উপহাৰ দিয়ে আৰু ৰজাই এই চাহ ৰাণী কেথেৰিণক দিয়ে। কেথেৰিণে চাহৰ অপূৰ্ব সোৱাদ পাই এটা কবিতা ৰচি পেলায়—

"Vennus her myrtle, phoebus has his bay—
Tea both excels. which she vouchsafes to praise."

কেথেৰিণে ইংলেণ্ডৰ ৰাজসভাত মহিলাসকলৰ মাজত চাহ খোৱাটো এটা ফেশ্যন কৰি তোলে। বেড ফৰ্ডৰ ডিউকৰ ঘৈণীয়েক আনাই আবেলি চাহ খোৱাটো প্ৰচলন কৰে। ১৬৬৪ চনত লৰ্ড অলিংটন আৰু অচৰিৰ আৰ্লে হেগৰ পৰা চাহ আনে আৰু তেওঁলোকৰ পৰিবাৰসকলে ধনবান বন্ধুসকলক চাহ খুৱায়। এইসকল বন্ধুৱে চাহ খাই এনে ভাল পাইছিল যে তেওঁলোকে যথেষ্ট দাম দি পাউণ্ডে প্ৰতি তিনি পাউণ্ডকৈ চাহ কিনি লৈছিল। ব্ৰডী নামৰ এজন পুৰোহিতত্তেও চাহ খাই এনে ভাল পালে যে তেওঁ "টি টেবুল" বুলি এটা কবিতা ৰচি চাহক "চাহেই আনন্দ আৰু স্বাস্থ্যৰ সৰ্বপ্ৰধান পানীয়" বুলি বৰ্ণনা কৰে:— (The sovereign drink of pleasure and of health)।

চাহে যথেষ্ট সংগ্ৰাম কৰিহে জনসাধাৰণৰ মাজত স্থান ল'ব পাৰিছিল। কিয়নো বহুদিনৰ পৰা মদৰ প্ৰতি আসক্তি থকা লোকসকলে আগৰ অভ্যাস সহজে সলনি কৰিব পৰা নাছিল। চাহে চোকা মদ আৰু পাতলীয়া মদ (বিয়াৰ)ৰ



THat Excellent, and by all Phyfitians approved, China Drink, called by the Chineans, Tcha, by other Nati ns Tay alias Tee, is fold at the Sultanefs-head, a Cophee-houfe in Sweetings Rents by the Royal Exchange, London.

From

আলোকচিত্ৰ নং ১— "মাৰকিওৰাচ পলিটিকাচ" লণ্ডন নামৰ বাতৰি কাকতত প্ৰকাশ হোৱা পৃথিৱীৰ প্ৰথম চাহ সম্পৰ্কীয় ব্যৱসায়িক বাতৰি কাকতৰ বিজ্ঞাপন

মাজত প্ৰতিদ্বন্দ্বী স্বৰূপ হৈ পৰিছিল। চাহ এপিয়লাই আনন্দ দিয়ে কিন্তু মাতাল নকৰে বুলি সকলোৱে জানিছিল। চাহৰ জনপ্ৰিয়তা দিনে দিনে এনেদৰে বাঢ়ি আহিল যে কফি হাউছলৈ কোনোদিনে নোযোৱা ইংৰাজ মহিলাসকলেও ১৭১৭ চনত খোলা "গল্ডেন লায়ন" নামৰ প্ৰথম চাহ দোকানখনত দলে দলে গৈ এই অপূৰ্ব পানীয় কিনি খাই সতেজ হৈছিল। চাহ সেই সময়ত সকলো শ্ৰেণীৰ মানুহৰ প্ৰিয় আৰু প্ৰয়োজনীয় হৈ পৰিল; ঘৰত কাম কৰা লগুৱাবোৰেও নিযুক্তিৰ সময়ত দিনে দুকাপকৈ চাহ যোগান ধৰা বন্দৱস্ত গৃহস্থৰ লগত কৰি লয়। তৃতীয় জৰ্জ্জৰ ৰাজত্বৰ আগভাগত দেশত সকলো শ্ৰেণীৰ মানুহে চাহ খাবলৈ ধৰে আৰু শেষত চাহ খোৱাটো তেওঁলোকৰ জাতীয় অভ্যাস পৰিণত হয়।

## চাহৰ কাপত ধুমুহা

চাহৰ বিপুল প্ৰচলন আৰু জনপ্ৰিয়তাই ইংৰাজসকলৰ মাজত বেচ আমোদজনক চিন্তা চৰ্চাৰ সমল হ'ল। জন অভিংটন নামৰ লেখকজনে চাহৰ প্ৰকৃতি আৰু গুণৰ বিষয়ে লিখা কিতাপখন গ্ৰানথামৰ কাউন্টেছৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি চাহৰ বিষয়ে এই বৰ্ণনা দিয়ে—

"সুস্বাদু আৰু ঔষধীয় এই দুয়োটা গুণে একে সময়তে জিভাখনক আনন্দ দিয়া আৰু পেটক কোনো অসুবিধা নিদিয়াকৈ ৰোগ নিয়ন্ত্ৰণ কৰা বুলি ই স্বীকৃত।

বিশেষকৈ ইয়াত চাহ পান কৰাতো প্ৰাচ্যৰ দেশ বিলাকৰ দৰে সাধাৰণ ঘটনাত পৰিণত হ'ল আৰু আমি সোনকালেই জানিলো যে ইন্দ্ৰিয়বোধ নেহেৰুৱাকৈ সংযম আৰু ধেমেলীয়া স্বভাৱে মানুহক আনন্দ দিব পাৰে। মাৰাত্মকভাৱে উত্তেজনাৰ সৃষ্টি কৰা পানীয়ৰ দ্বাৰা হোৱা কষ্টকৰ ৰোগবিলাকৰ পৰা নিস্তাৰ পাই মানুহে জীৱনৰ দিনবিলাক উপভোগ্য কৰি তুলি সাধাৰণ জীৱনৰ আয়ুসতকৈ দুগুণ সময় জীয়াই থাকিব পাৰে।

বেগম মই এই কুমলীয়া পাতৰ বিষয়ে মোৰ বৰ্ণনা বন্ধ কৰো। জানোচা ই Satyr ৰ দৰে অদ্ভুত ৰূপ লয় আৰু ইয়াৰ বিষয়ে মই কৰা প্ৰশংসাবিলাক অভিশাপত পৰিণত হয়, কাৰণ ইয়াৰ শাৰীৰিক গঠন ইমান সুন্দৰ আৰু কোমল যে সাধাৰণ বায়ুৰ দ্বাৰা আঘাত পালেও ই সহ্য কৰিব নোৱাৰে।

তেওঁ কয় যে ই গাঁঠি, বাত আৰু পাথৰী বেমাৰ ৰোধ কৰে আৰু সেই কাৰণে এই যন্ত্ৰণাদায়ক বেমাৰবিলাক ইৰোপীয়ানসকলৰ মাজত যথেষ্ট পৰিমাণে থাকিলেও চীন দেশত এই বেমাৰৰ অতি কম। ই আহাৰ হজম হোৱাত সহায় কৰে আৰু সেই কাৰণে ই টাৰ্টাৰ সকলৰ বাবে যথেষ্ট হিতকৰ কাৰণে তেওঁলোকে সাধাৰণতে ঘোঁৰাৰ কেঁচা মাংস খায় আৰু তেওঁলোকৰ বাবে ই সাধাৰণ কথা যে কেতিয়াবা হজম নোহোৱা বাবে তেওঁলোকে পেটত যথেষ্ট যন্ত্ৰণা অনুভৱ কৰে। তেতিয়া তেওঁলোকে কোনো চিকিৎসকৰ পৰামৰ্শ নোহোৱাকৈ এই যন্ত্ৰণা ৰোধ কৰিবৰ বাবে চাহ খায় আৰু ইমান সোনকালে যন্ত্ৰণাৰ উপশম হয় যে অতি সোনকালে তেওঁলোক সুস্থ হৈ উঠি হজম শক্তি লাভ কৰে। অভিংটনে কয়, 'ই উত্তৰাঞ্চলত সাধাৰণ বেমাৰ হিচাপে বিস্তৃত স্কাৰ্ভি ৰোগৰো ভাল প্ৰতিৰোধক বুলি প্ৰমাণিত হ'ব পাৰে আৰু ইয়াৰ উপৰিও ই বৰ্তমানে প্ৰচলিত বিভিন্ন সুৰা পান কৰাৰ ফলত হোৱা নিচা দূৰ কৰে।'

অত্যন্ত মদ পান কৰাৰ ফলত যেতিয়া মগজু অনবৰত উত্তেজিত অৱস্থাত থাকে আৰু অত্যধিক সুৰাপানে যেতিয়া মগজুত বেমেজালিৰ সৃষ্টি কৰে তেতিয়া যিবিলাক অতিৰিক্ত ৰসে বিবেচনা শক্তি আৰু মগজুৰ শক্তিত বাধা আৰোপ কৰে সেইবিলাক আঁতৰাই আৰু সুৰাপানৰ পৰা বিৰত ৰাখি মানুহক সংযমী হোৱাত সহায় কৰে। সেই কাৰণে যিসকল লোকে এই উপায়েৰে ইন্দ্ৰিয়বোধ হেৰুৱাইছে আৰু নিয়মীয়াভাৱে মদপান কৰাৰ সীমা পাৰহৈ গৈছে তেওঁলোকে পুনৰ মানসিক শক্তি ঘূৰাই পাবলৈ হ'লে এই পানীয় খোৱা উচিত। মানুহক বশ কৰা আন পানীয় বস্তু বিলাককো চাহে জয় কৰিছে। গতিকে সুৰাপান কৰি পশুত পৰিণত হোৱা মানুহক চাহে সুস্থ মানুহলৈ ৰূপান্তিৰিত কৰিছে।"

অভিংটনে নিজৰ দৃষ্টিভংগীৰ ওপৰতে গুৰুত্ব আৰোপ নকৰি আন আন লেখকৰ বৰ্ণনাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছে আৰু লি পজি গৰ অধ্যাপক মাইকেল ইটমূলাৰৰ লিখনিৰ উদ্ধৃত কৰিছে—

"ই অজীৰ্ণতা আৰু বদহজম আঁতৰায় বাবেই চীনাসকলে জীণ নিয়াবলৈ আৰু পেচাবৰ দ্বাৰা তেজ পৰিষ্কাৰ কৰিবলৈ ব্যৱহাৰ কৰে। তদুপৰি ই গোন্ধযুক্ত পিত্তবোৰ নাইকিয়া কৰে। ই জন্তুৰ তেজত আচৰিত শক্তি দিয়ে, ব্যক্তিৰ কাৰ্যক্ষমতাও বৃদ্ধি কৰে। তদুপৰি চাহে টোপনি ভাব আঁতৰাই মানুহক চিন্তা ভাবনাৰ পৰা মুক্ত কৰি মনক সজীৱ কৰি তোলে।"

এই প্ৰসংগতে অভিজ্ঞ লিপজিগৰ অধ্যাপকে চাহৰ বিষয়ে কয়, "ই বৃকক আৰু বুঢ়া আঙুলিৰ বিষৰ উত্তম প্ৰতিৰোধক।" তেওঁ মতামত দিয়ে যে ইয়াৰ পৰা (চাহৰ) কোনো আক্ৰমণৰ ভয় নাই। যি কি নহওক ১৮২২ চনত জেমচ লেচিয়ে চাহৰ কুফল সম্পৰ্কে মহিলা এগৰাকীলৈ বিশদভাৱে জনাইছিল। লেচিৰ

প্ৰকৃততে খোৱা বোৱাত অৰুচি আছিল। তেওঁ চাহৰ কুফলৰ কথাও জনাই চিকিৎসা সম্পৰ্কীয় কিছুমান উপদেশ বিস্তৃতভাৱে দাঙি ধৰিছিল।

লেচিয়ে ঘোষণা কৰে যে "ই (চাহ) এক প্ৰকাৰ ঔষধ, শেষৰ কেই বছৰ ই পৰিতৃপ্ত আহাৰ স্বৰূপ হৈ পৰিছে। জন্তুৰ ক্ষেত্ৰত চাহৰ ক্ৰিয়া কানি বা আন কিছুমান ঔষদতকৈ কম ধ্বংসাত্মক নহয়। কিন্তু আমি সাৱধানেৰে বৰ্তমান ত্যাগ কৰিছোঁ।"

তাৰ পিছত তেওঁ এইদৰে ঘোষণা কৰিছে— "প্ৰথমতে চাহে যি কোনো পৰিমাণলৈকে তেজ কমাব পাৰে আৰু এই অৱস্থাত ৰোগৰ সৃষ্টি কৰিব পাৰে যিবিলাক ৰোগ তেজ কমিলে দেখা দিয়ে।"

"দ্বিতীয়তে চাহে তেজ বেয়া কৰাৰ ফলত উৎপত্তি হোৱা নানা ৰোগৰো সৃষ্টি কৰিব পাৰে।

"তৃতীয়তে চাহে তেজ অতিৰিক্ত পৰিমাণে বৃদ্ধি কৰি তেজৰ পৰা সৃষ্টি হ'ব পৰা ৰোগৰ সৃষ্টি কৰিব পাৰে।"

এই তিনিটা বিষয়ৰ ওপৰত তেওঁ বহুতো পৰীক্ষা চলাইছিল আৰু লগতে তিনি আউন্স বহিয়া চাহ এটা কুকুৰৰ গাত বেজীৰে প্ৰয়োগ কৰি চাইছিল, তেওঁ স্বীকাৰ কৰে যে এই পৰীক্ষাই কুকুৰটোক অকণো অনিষ্ট কৰা নাছিল। তথাপি তেওঁ কয় যে অনবৰত চাহ খাই থাকিলেও ই শক্তি ভীষণভাৱে ক্ষয় কৰিব পাৰে। তেওঁৰ যুক্তি হৈছে আমাৰ মনৰ আনন্দ নিৰ্ভৰ কৰে তেজৰ পৰা পোৱা শক্তিৰ পৰিমাণৰ ওপৰত। তেওঁ বিশ্বাস কৰে যে চাহ খাই থাকিলে আমাৰ শক্তি ইমানকৈ ক্ষতি হয় যে মানুহে প্ৰয়োজনী কামবিলাক কৰাৰ সামৰ্থ্যও হেৰুৱাই পেলায়। ১৭২১ চনত ইংলেণ্ডলৈ চাহৰ আমদানি ১ নিযুত পাউণ্ডলৈ বৃদ্ধি পাইছিল আৰু ১৭২২ চনত চাহ বিৰোধী লিচিয়ে "The exhorbitant use of tea' ত প্ৰকাশ কৰিছে "Tea has too great interest to be prohibited ?" চাহৰ চাহিদা বাঢ়ি অহা বাবে ভেজালকৰণ আৰু চোৰাং ব্যৱসায়ো অতি লাভজনক হৈ উঠিছিল আৰু ১৭২৫ চনত এইবিলাক কামৰ বিৰুদ্ধে আইনসঙ্গত ব্যৱস্থা লোৱাটো দৰ্কাৰ হৈ পৰিছিল। ইয়াৰ বাবে এনে ব্যৱস্থা লোৱা হৈছিল যে "যদি কোনো ব্যৱসায়ীয়ে শ্লন' গছৰ পাত বা ৰস থকা কোনো গছৰ পাত বা আন যিকোনো গছৰ পাতত চাহৰ নিচিনাকৈ ৰং দিয়ে বা যদি এই পাতবিলাক বা চাহৰ লগত ৰং মিহলাই বা টেৰা জাপনিকা, চেনি, গুৰ, মাটি, কাঠৰ টুকুৰা বা যিকোনো বস্তু মিহলায় বা যদি এনে ভেজাল চাহপাত বেচে, উপহাৰ দিয়ে বা বেচিবলৈ মজুত ৰাখে



তেনেহ'লে এনে লোকে প্ৰতি পাউণ্ড চাহৰ বাবে ১০ পাউণ্ডকৈ ক্ষতিপূৰণ ভৰিব লাগিব।" কিন্তু প্ৰায় পঞ্চাশ বছৰৰ পিছতো ভেজালকৰণ অবাধে চলি আছিল আৰু ভেজাল চাহেই ইংৰাজ চাহ বুলি জনা গৈছিল। এই অবাধ ভেজালকৰণে চাহৰ কৰ্তৃপক্ষক অতি চিন্তিত কৰিছিল। কাৰণ ই যে কেৱল স্বাস্থ্য হানিৰ আশঙ্কাৰ সৃষ্টি কৰিছিল এনে নহয়, এই কামে ডাঙৰ হাবিবিলাক আৰু হাবিৰ গছ গছনিৰ তলত হোৱা সৰু-সুৰা গছৰ হাবিবিলাকো ধ্বংসমুখী কৰাৰ আশঙ্কাৰ সৃষ্টি কৰিছিল। সেইবাবে এনে অপৰাধৰ শাস্তি বাৰমাহৰ কাৰাদণ্ডলৈকে বঢ়োৱা হৈছিল।

১৬৬০ চনৰ প্ৰথম ভাগত চাহৰ ওপৰত এক বিশেষ কৰ লগোৱা হৈছিল। সেই সময়ত চাহ পানীত সিজাই বেৰেলত পনীয়া অৱস্থাত ৰাখি বিয়েৰৰ দৰে উলিয়াই তপত কৰি ব্যৱহাৰ কৰা হৈছিল। ১৬৬০ চনত এনেকুৱা পানীয় অৱস্থাত ৰখা চাহৰ এক গেলেনত ৮ পেনিকৈ কৰ লগোৱা হৈছিল। যদিও চাহৰ প্ৰচলন বাঢ়ি আহিছিল তথাপি চাহৰ বিৰুদ্ধে বহুতো মত প্ৰকাশ হৈছিল। ১৭৪৮ চনত জন ওৱেচলিয়ে এজন বন্ধুলৈ লিখা এখন চিঠি চাহৰ সম্পৰ্কে কিছুমান যুক্তিহীন কথা বৰ্ণনা কৰে—

"উনত্ৰিশ বছৰ বয়সত মই কেইয়াহমান অক্সফৰ্ডত কটালো। তেতিয়া মই অৰ্দ্ধাঙ্গী ৰোগৰ কিছুমান লক্ষণ দেখি আচৰিত হৈছিলো। মই কল্পনা কৰিব পৰা নাছিলো যে, ব্ৰেকফাষ্টৰ পিছতে মোৰ হাতখন বেছিকৈ কঁপিছিল। কিন্তু দুই-তিনিদিন ধৰি যেতিয়া চাহ খোৱা নাছিলো তেতিয়া হাতখন একেবাৰে কঁপা নাছিল। অনুসন্ধান কৰি জানিলো যে আন কিছুমান বিষয়ৰ দৰে এই ক্ষেত্ৰতো চাহৰ ফলাফল হৈছে স্বাভাৱিক। বিশেষকৈ যেতিয়া ইয়াক অতি সঘনাই আৰু বেছিকৈ পান কৰা হয় আৰু দুৰ্বললোকে ইয়াক পান কৰে তেতিয়া চাহৰ এনে ফল দেখা দিয়ে। চাৰি বছৰ ধৰি মই এনে অসুবিধাৰ অধীন আছিলো। মই লক্ষ্য কৰিবলৈ ধৰিলো লণ্ডনৰ বহুতোলোকে যিসকলৰ লগত মই কথা পাতিছিলো, একেই ৰোগত ভুগিছিল। তেওঁলোক এনে ৰোগত ইমানকৈ ভুগিছিল যে তেওঁলোকৰ কিছুমানৰ স্নায়ু দুৰ্বল হৈ পৰিছিল। তেওঁলোকৰ শৰীৰৰ শক্তি কমি আহিছিল আৰু দৈনন্দিন কাৰ্যৱলীও কৰিব নোৱাৰা হৈছিল। মই সুধিছিলো "আপোনালোকে অতি বেছি সুৰাপান কৰে নেকি ?" তেওঁলোকৰ কেইবাজনেও এনেদৰে উত্তৰ দিছিল, "নহয় মহাশয়, মই ৰাতিপুৱা আৰু ৰাতি অলপ চাহ খাওঁ।" মইতৎক্ষণাত নিজৰ কথাটো মনত পেলালো। বিষয়টো দকৈ ভাবি চাই মই সহজে জানিলো যে তেওঁলোকৰ

ক্ষেত্ৰতো মোৰ কথাই খাটিছে।"

মই ভাবিবলৈ ধৰিলো, "কষ্টত ভোগা লোকসকলে যি বস্তুৱে যদি তেওঁলোকৰ স্বাস্থ্য দুৰ্বল কৰি তোলা আৰু তেওঁলোকৰ কাম কৰাত বাধা দিয়া বস্তু খাবলৈ এৰি দিয়ে তেন্তে সেয়েই হ'ব তেওঁলোকৰ বাবে হিতকৰ ইয়াৰ সলনি তেওঁলোকে ব্যৱহাৰ কৰিব পৰা ভাল গুণসম্পন্ন আন বস্তু নাইনে? তেওঁলোকে যদি ৰুটি, মাখন, গাখীৰ আদিৰ লগত চাহৰ সলনি কোনো স্থানীয় গছ (English herbs) ব্যৱহাৰ কৰে তেনেহ'লে তেওঁলোকে চাহ কিনোঁতে ব্যৱহাৰ কৰা অৰ্থখিনি লাভ কৰিব পাৰিব আৰু এই উপায়েৰে তেওঁলোকে যে কেৱল তেওঁলোকৰ ৰোগৰ যন্ত্ৰণাহে উপশম কৰিব পাৰিব এনে নহয় তেওঁলোকৰ দৰিদ্ৰতাও কিছু পৰিমাণে কমিব। কাৰণ তেওঁলোকে তেতিয়া বৰ্তমান কৰাতকৈ বেছি কাম কৰিব পাৰিব। যদি তেওঁলোক কাৰোবাৰ ওচৰত ঋণী তেনেহ'লে তেওঁলোকৰ ঋণ পৰিশোধ কৰিব পাৰিব আৰু যদিহে ঋণী নহয় তেওঁলোকে অভাৱগ্ৰস্ত লোকক সহায় কৰিব পাৰিব....।"

জন ওৱেচলিয়ে এই বৰ্ণনা লিখাৰ পিছতে ড: থমাচ চৰ্ট নামৰ এজনলোকে চাহৰ বিষয়ে এখন কিতাপ লিখে। এই কিতাপত তেওঁ চেনি, গাখীৰ, সুৰা আৰু ধপাত আদিৰ বিষয়ে আলোচনা কৰিছে আৰু গাঠি-বাত ৰোগত ভোগা লোকসকলৰ বাবে কিছুমান সাধাৰণ আৰু প্ৰয়োজনীয় নিয়মৰ কথা উল্লেখ কৰিছে। তেওঁ লিখিছে, "আমি আহাৰ আৰু ঔষধৰ ক্ষেত্ৰত এনেকুৱা বৰ কম বস্তুহে দেখা পাওঁ যিবিলাক সকলোৰে বাবে সমানে হিতকৰ। ঠাণ্ডা বা আন কাৰণত মূৰ বেয়া লাগিলে চাহে ইয়াৰ নিবাৰণ কৰে। অনুভৱ আৰু চিন্তা কৰা শক্তি হেৰুৱালে চাহেই হৈছে এই ক্ষেত্ৰত উপযুক্ত খাদ্য। তাৰোপৰি ই তেজৰ উত্তেজনা কমাবলৈ অতি উত্তম বস্তু। চকুৰ নানা অসুখ বা হ্যাওঁফাওঁ আদিত ঘটা বেমেজালিৰ ক্ষেত্ৰত ই ভাল প্ৰতিষেধক। সেমেকা, দাঠ আৰু কুঁৱলীযুক্ত বাষ্প আৰু বৰষুণযুক্ত ঠাইত চাহ হিতকৰ বস্তু। ইয়াৰ উপৰিও যিসকল সম্ভ্ৰান্ত আৰু প্ৰতিভা সম্পন্ন লোকে তেওঁলোকৰ ধাৰণা সমূহ সজীৱ কৰি ৰখাৰ কাৰণ হ'ল ই নিদ্ৰা আৰু নিষ্ক্ৰিয়তা দূৰ কৰে আৰু প্ৰতিভা শক্তি জাগ্ৰত কৰে। ই নিদ্ৰা আঁতৰাই, মূৰ্ছামিও হ্ৰাস কৰে, মগজু পৰিষ্কাৰ কৰে, ই মগজুক সক্ৰিয় কৰে আৰু আতঙ্ক আঁতৰায় আৰু প্ৰতিভা শক্তিক সজীৱ কৰি ৰাখে। চাহে চিন্তা শক্তি তীব্ৰ আৰু প্ৰখৰ কৰে, শাৰীৰিক শক্তি অটুট ৰাখে, উদ্যম বঢ়ায়, সুন্দৰ চিন্তাৰ জন্ম দিয়ে, নতুন তথ্যৰ জন্মত সহায় কৰে, বিবেচনা শক্তি বৃদ্ধি কৰে। ভাববিলাক জাগ্ৰত কৰে আৰু মন পবিত্ৰ কৰে।



শৰীৰৰ অন্তৰ্ভাগৰ যিবিলাক ৰসে আমাৰ হেৰোৱা শক্তি পূৰণ কৰে, বোধকৰো চাহে এইৰস বিতৰণত সহায় কৰে। তেজ নিয়মীয়া কৰি শৰীৰৰ আৰু মগজুৰ অংগবোৰ পৰিষ্কাৰ কৰি এই শক্তি বৃদ্ধি কৰে।

যিয়ে নহওক চাহে সকলো মানুহকে আনন্দ দিয়ে, সজীৱ কৰে আৰু উদ্যম বঢ়ায়।

ড: চৰ্টে দৈনন্দিন ব্যৱহাৰৰ অসুবিধা আৰু অপকাৰিতাৰ বিষয়েও উল্লেখ কৰিছে—

"অতি সংবেদনশীল স্নায়ু সম্পন্ন লোকসকলে প্ৰয়োজনতকৈ বেছি পৰিমাণে চাহ খোৱা বাবে দুৰ্বল আৰু শক্তিশালী, উভয় লোকৰেই মাজত এই কঁপনি ৰোগে দেখা দিছে। এই ক্ষেত্ৰত চাহে শৰীৰৰ বিভিন্ন ৰসৰ সঞ্চালনত বাধা দিয়ে আৰু নানা প্ৰকাৰৰ ত্ৰুটীৰ সৃষ্টি কৰে। বিশেষকৈ শুকান আৰু বিশেষ ধৰণৰ অতি প্ৰয়োজনীয় ৰস অতি কম পৰিমাণে থকা বোহিয়া চাহে স্নায়ুৰ কঁপনি তোলে। তিতা দৰব খাব নোৱাৰা, শৰীৰত বেয়া ৰস গোট খোৱা, ছালৰ তলত তেজ গোট খোৱা, শৰীৰত ৰস জমা হোৱা আৰু এনেকুৱা বেয়া খণ্ডৰ লোকসকলে চাহ খোৱা অনুচিত।

যেতিয়া পাকস্থলীৰ শ্লেষ্মা পৰ্দা নষ্ট হোৱাৰ বাবে কিছুমান ৰসৰ তীব্ৰতাৰ বাবে বা স্নায়ুৰ তীব্ৰ সংবেদনৰ বাবে পাকস্থলী অতি দুৰ্বল বা অত্যন্ত সংবেদনশীল হয় তেতিয়া চাহ খালে ই অতি যন্ত্ৰণা দিয়ে। শক্তি কম হোৱা অৱস্থা, নিদ্ৰাৰ অভাৱ আৰু ভোক হেৰোৱাৰ কথাৰ প্ৰসঙ্গত তেওঁ কৈছে—

"চাহৰ নিয়মীয়া ব্যৱহাৰে এনেকুৱা বেমেজালিৰ সৃষ্টি নকৰে; কাৰণ গাখীৰ, এলি, চোকা মদ আদি সুৰা, চিজ আৰু বহুতো আহাৰ আৰু পানীয়ই বহুতো মানুহৰ অপকাৰ কৰে। কিন্তু এই সকলো বিলাকেই হৈছে আহাৰ; আৰু যি সকল লোকক এনে আহাৰে অপকাৰ নকৰে তেওঁলোকে ভাল ফল পায়। কেনেকুৱা স্বাস্থ্যৰলোকে চাহ খোৱাটো হিতকৰ নহয় সেই কথা চাহ খোৱাৰ আগতে কোৱা টান। যেতিয়া চাহে কোনোলোকৰ অপকাৰ কৰে, তেতিয়া তেওঁ অতি সোনকালে চাহ খাবলৈ এৰা উচিত। কিন্তু যিসকলৰ বাবে চাহ হিতকৰ তেওঁলোকে টোপনি, তন্দ্ৰ বা দু:চিন্তা, ভাগৰ আদি দূৰ কৰিবলৈ, শাৰীৰিক বা মানসিক উদ্যম জগাই তুলিবলৈ, স্মৃতি শক্তি অটুট ৰাখিবলৈ, বিচাৰ শক্তি প্ৰখৰ কৰিবলৈ, স্মৃতিশক্তি বৃদ্ধি কৰিবলৈ আন যি কোনো আহাৰতকৈ চাহেই অধিক সহায় কৰে। কিন্তু এনে সুফল পাবলৈ হ'লে চাহ নিয়মীয়াকৈ বিশেষকৈ আবেলি সময়ত পান কৰিব লাগে আৰু অভ্যাসত

পৰিণত কৰিব লাগে।"

জনাৰ্চ হেনৰে নামৰ মানুহ এজনে চাহ ভাল নেপাইছিল আৰু ১৭৫৬ চনত তেওঁ ক্ৰমে পাঁচিশটা বৰ্ণনাত তেওঁৰ পৰিচিত এগৰাকী মহিলাৰ ওপৰত তেওঁ চাহৰ বিষয়ে থকা দৃষ্টিভংগী আৰোপ কৰে। তেওঁ কয়— "চেনি অবিহনে চাহৰ সোৱাদ অতি বেয়া আৰু চেনি দিলেও চেনিৰ সোৱাদ চাহৰ সোৱাদতকৈ ইমান বেছিকৈ ওলায় যে ই চাহৰ সোৱাদ নষ্ট কৰি পেলায়। অৱশেষত চাহ তিতা বুলি প্ৰমাণিত হ'ব বুলিয়েই মই চিন্তিত হৈছো। তাৰোপৰি ই মাইকী মানুহৰ সৌন্দৰ্য্য নষ্ট কৰে।" তেওঁ কয়, "তোমাৰ ঘৰৰ লিগিৰীসকলৰ কিমানে চাহ খাই তেওঁলোকৰ সৌন্দৰ্য্য হেৰুৱাইছে...... আৰু কিমান হাজাৰ লোকে চাহ, জিন (এবিধ সুৰা) আৰু মদ পান কৰি বিষক্ৰিয়াৰ সন্মুখীন হ'বলগীয়া হৈছে! তাৰোপৰি ইয়াতকৈ বেয়া হ'বলগীয়া আছে।" তেওঁ কয়, "কেতিয়াবা এনেকুৱা হৈছে যে শুশ্ৰুষাকাৰী নাৰ্চে অসাৱধনতাৰে সময় কটোৱাৰ বাবে সন্তান ধ্বংসপ্ৰাপ্ত হৈছে। তেওঁ চাহ পান কৰি থকা সময়ত বেচেৰা সন্তানটিয়ে শেষ নিশ্বাস পেলাইছে।"

তেওঁ পুনৰ যুক্তি দেখুৱাইছে যে সকলোবিলাক গৰম পানীয় বস্তুৰেই বেয়া—

"তুমি দেখিছা গৰম পানীৰে কি দৰে তোমাৰ ধুবুনীজনীৰ হাতখন সোতোৱা-সোতোৰ হৈ পৰে, তুমি অনুভৱ কৰিছা কিদৰে গৰম পানীয় বস্তুবিলাকে বাহ্যিক আৰু আভ্যন্তৰীণ দুয়োভাগে যন্ত্ৰণা দিয়ে, যদিও ইয়াৰ তাপে পুৰিব নোৱাৰে। তাৰোপৰি তুমি যেতিয়া মদপী লোকৰ ওচৰলৈ যোৱা বা থিয়েটাৰলৈ যোৱা তেতিয়া তুমি সচেতন হৈ থাকা। যেতিয়া গৰম বায়ুয়ে তোমাৰ হাওফাওঁক কষ্ট দিয়ে তেতিয়া তুমি বৰ সচেতন হোৱা। তুমি কল্পনা কৰা নেকি যে আমি আমাৰ তেজৰ দৰে গৰম পানীয় খোৱা উচিত? ঔষধ হিচাপে খোৱা অতি গৰম বা অতি ঠাণ্ডা বস্তু প্ৰাণীৰ বাবে প্ৰয়োজন নহয়।"

তেওঁ ভেজালকৰণৰ ব্যাপকতা আৰু অপকাৰৰ বিষয়ে এইদৰে উল্লেখ কৰিছে—

"অশুদ্ধ চাহপাত পানীৰ ৰং বেছি তীব্ৰ কৰে আৰু সোৱাদ তিতা কৰে। তুমি শুনিছা যে তোমাৰ লিগিৰীবিলাকে তোমাৰ চাহপাতবোৰ শুকুৱাই বেচে। পইচাৰ লোভ থকা পৰিশ্ৰমী লিগিৰিয়ে এনেকুৱা চাহ পাউণ্ডত এক চিলিংকৈ বেচিব পাৰে। এনেকুৱা চাহত জাপান আৰ্থৰ দ্বাৰা ৰং দিলে এই চাহ বোহিয়া চাহলৈ ৰূপান্তৰিত হয়, ৰং আৰু সোৱাদ নথকা এই পাতবিলাক সোৱাদযুক্ত



হৈ পৰে আৰু ওজনো পঁচিশ শতাংশলৈ বৃদ্ধি কৰে। এই কৃত্ৰিম চাহে পিত্ত ৰোগৰ সৃষ্টি কৰে। জিনৰ দৰে পিত্তৰ বেছি ভাল কি প্ৰতিশেধক আছে যাক ইমান সন্তাত আৰু সহজে পোৱা যায়?"

চাহৰ বিৰুদ্ধে নানা কথা ওলালেও ইয়াৰ প্ৰচলন দ্ৰুত গতিত বৃদ্ধি হৈছিল। ১৭০০ চনত ২০ হাজাৰৰ পৰা ১৭২২ চনত ১০ লাখ পাউণ্ডলৈ বৃদ্ধি পায়। ১৭৬৮ চনত ৬০ লাখ পাউণ্ড আৰু ১৭৮৫ চনত ১১০ লাখ পাউণ্ডলৈ বৃদ্ধি পায়।

চাহৰ এই ব্যাপক প্ৰচলনে দেশক স্বাস্থ্যৰ মাৰাত্মক অনিষ্টকাৰী, কৰ্মক্ষমতাৰ বাধাস্বৰূপ আৰু জাতিক ক্ৰমাৎ দৰিদ্ৰতাৰ ফালে লৈ যোৱা বুলি হেনেৰে সতৰ্ক কৰি দিয়ে। আমোদজনক কথা যে এই কথাৰ প্ৰতিবাদত ডা: জনচন নামৰ এজন লোকে অতি চোকা ভাষাৰে ইয়াৰ উত্তৰ দিয়ে। তেওঁ নিজকে কৈছে, —"মই নিলৰ্জভাৱে প্ৰচুৰ চাহ খাওঁতা মানুহ। বহু বছৰ ধৰি মই নিজৰ আহাৰ এই মোহনীয় গছৰ পাতেৰে সোৱাদ যুক্ত কৰি খাই আহিছো; চাহৰ কেটলিয়ে কেতিয়াবাহে ঠাণ্ডা হ'বৰ সময় পায়। মই চাহেৰে গধূলিটো ফুৰ্তিৰে পাৰ কৰো, মাজনিশা চাহেৰে শান্ত্বনা লাভ কৰো আৰু ৰাতিপুৱাটো চাহেৰেই স্বাগতম জনাও।"

ইয়াৰ পিছত হেনৰে চাহৰ বাবদ যি অৰ্থ ব্যয় কৰে তাৰ বাবে এক বিশদ চিত্ৰ দাঙি ধৰিছে। তেওঁ চাহৰ বিৰুদ্ধে এইদৰে যুক্তি দৰ্শায়—

"মই গণনা কৰা মতে গ্ৰেট বৃটেনত মুঠতে পাঁচ নিযুত পাউণ্ড চাহ খাবৰ কাৰণে ব্যৱহাৰ কৰা হয় যদিও দুই নিযুত পাউণ্ড চাহ আমি খাওঁ।

ধৰা হওক পাঁচ নিযুতৰ, আটাইতকৈ কম মূল্য আমি নিৰ্দ্ধাৰণ কৰিব পাৰো পাউণ্ডত দুই চিলিং ছয় পেনি হিছাপে; আৰু আটাইতকৈ বেছি মূল্য নিৰূপন কৰিব পাৰো পাউণ্ডত বিশ চিলিংকৈ। ইয়াৰ আইনসংগত ভাৱে আমদানি ব্যয় হৈছে চাৰিৰ পৰা দহ চিলিং, আমি যদি ইয়াক পাঁচ চিলিং বুলি ধৰো তেনেহ'লে মুঠ ধন হয় ১,২৫০,০০০ পাউণ্ড।

আমি বছৰি ৭২,০০০ ৰ পৰা ৮৫,০০০ হজছেদ চেনি আমদানি কৰো আৰু ইয়াৰে ২৫,০০০ চেনি চাহৰ লগত ব্যৱহাৰ কৰা হয়। সৰ্বসাধাৰণ লোকৰ বেছি ভাগেই শোধন নকৰা চেনি ব্যৱহাৰ কৰা কথালৈ লক্ষ্য কৰি ইয়াক ২৫,২০০,০০০ পাউণ্ডলৈ হ্ৰাস কৰা হৈছে আৰু ইয়াৰ তিনি-চতুৰ্থাংশ চাৰি পেনিকৈ আৰু এক চতুৰ্থাংশ আঠ পেনিকৈ মুঠ ব্যয় হয় ৫২৫,০০০ পাউণ্ড।

যিসকল পৰিয়ালে চাহৰ ক্ষেত্ৰত যি বিৰাট পৰিমাণৰ চেনি ব্যৱহাৰ কৰে তেওঁলোকৰ বাবে হৈছে এয়া এটা ক্ষুদ্ৰ অংক। কিন্তু এই অংকৰ ওপৰলৈ যোৰাতকৈ ভলত থকাৰ কথাহে ভবা হৈছে।

মই ধৰি লৈছো মাত্ৰ এক নিযুত লিগিৰা, মেকানিক আৰু শ্ৰমিকে চাহ খাই সময় নষ্ট কৰে। মই এদিনত চাহ খাওঁতে এঘন্টাকৈ বছৰত ২৮০ দিন সময় নষ্ট হয় বুলি ধৰিম। মই তেওঁলোকৰ পৰিশ্ৰমৰ বাবে দিনে কমেও য় পেনিকৈ ধৰিলে এই ক্ষেত্ৰত চাহৰ বাবে দেশৰ মুঠ খৰচ হয় ৫৮৩,৩৩৩ পাউণ্ড। যদি গ্ৰেট বৃটেনৰ ন নিযুত লোকৰ ভিতৰত কেৱল দুই নিযুত লোকেহে চাহ খায় আৰু প্ৰতি পৰিয়ালত ছয় জনকৈ চাহ খোৱা লোক থাকে তেনে পৰিয়ালৰ সংখ্যা হৈছে ৩৩৩ ৩৩৩ আৰু তেওঁলোকৰ প্ৰত্যেকেই চাহৰ নানা সৰঞ্জামত কমেও পাঁচ চিলিংকৈ খৰচ কৰিলে মুঠ খৰচ হয় ৮৩,৩৩৩ পাউণ্ড।

ইয়াৰ লগতে আমি চাহৰ কেটলি আৰু চাহ কৰা কয়লা আদিৰ খৰচ যোগ দিলে গোটেই বছৰত মুঠ ব্যয় হয় ২৪৯,৯৯৯ পাউণ্ড।

দুখীয়া লোকসকলে এবাৰৰ চাহৰ আৰু চেনিৰ বাবে সাধাৰণতে আধাপেনি খৰচ কৰে। ধৰা হৈছে চাৰি নিযুত মাইকী মানুহৰ ভিতৰত এক নিযুত আৰু পাঁচ নিযুত পুৰুষৰ ভিতৰত আঠশ হাজাৰ পুৰুষে এবাৰ চাহ খায়। এনেকৈ গণনা কৰিলে চাহৰ ক্ষেত্ৰত বছৰি খৰচ হয় মুঠ ৩০৪১,৬৬৬ পাউণ্ড যিটো অংক আগতে উল্লেখ কৰাটোতকৈ বেছি। যদি মই চাহ খোৱা লোকৰ সংখ্যাত ভুল কৰিছো তেন্তে কিমান লোকে এদিনত দুই-তিনি বাৰকৈ চাহ খায় তেতিয়া দেখিব যে এই ব্যয় অতি আশ্চৰ্য্যজনক ভাবে বেছি। বিদায় আপোনাৰ ............. (I am yours etc.)" লেখকে যি গৰাকী মহিলাৰ লগত চিঠি পত্ৰৰ যোগাযোগ কৰিছিল, শেষত তেওঁ এইদৰে লিখে—

"কিন্তু মহাশয়, আপুনি আপোনাৰ স্বদেশ প্ৰেমৰ বিষয়ে প্ৰমাণ দিব পাৰে যদিহে আপুনি সততাৰ অভিপ্ৰায় উন্নত কৰিবলৈ চেষ্টা কৰে। যদি আপুনি ঘৰুৱা বিষয়বিলাক মনোযোগ দিয়ে, নিয়মিতভাৱে কৰ আদায় কৰে, অহিত ৰীতি-নীতিৰ পৰা আঁতৰি থাকে আৰু সৰ্বশেষত মই আপোনাক চাহৰ বিষয়ে যি শিক্ষা দিলো তাক মনত ৰাখে।"

চাহৰ বিৰোধী সকলৰ উত্তৰ জনচন আৰু কবি কাওপাৰে তীব্ৰ ভাষাত আমোদজনক ভাৱে দিছিল। কিন্তু এই বিখ্যাত বাদানুবাদতকৈ আমোদজনক কথা আছিল ওঠৰ শতিকাৰ বিভিন্ন সময়ত ৰচিত হোৱা ভালেখিনি কবিতা। কবিতা হিচাপে পৰিগণিত এই বিলাকৰ বেছিভাগেই আমোদকজনক আৰু



যথেষ্ট হিতোপদেশক। এই কবিতাবোৰে মদৰ পৰিবৰ্তে চাহ আৰু অন্য কিছুমান উৎকৃষ্ট পাতল পানীয়ৰ জনপ্ৰিয়তা বঢ়াৰ কথা সূচাইছে। এনেকুৱা কবিতাৰ ভিতৰত অন্যতম হৈছে ডানকান কেমবেলে ১৭৩৫ চনত লিখা "Poem on tea."

ওঠৰ শতিকাৰ শেষভাগত চাহে এই বাদানুবাদত জয়লাভ কৰে আৰু অতি কমেইহে চাহৰ বিৰুদ্ধে মত প্ৰকাশ কৰে। এইদৰে চাহ খোৱাটো তেওঁলোকৰ জাতীয় বৈশিষ্ট্যত পৰিণত হয়।

সৌ সিদিনা দ্বিতীয় মহাযুদ্ধৰ সময়ত হিটলাৰৰ গোপন অস্ত্ৰৰ বিষয়ে মানুহে কথাবতৰা হওঁতে ইংলেণ্ডৰ গোপন অস্ত্ৰৰ বিষয়ে আলোচনা কৰা নাছিল। এ. এ. থমছনে সেই সময়ৰ ইংলেণ্ডৰ গোপন অস্ত্ৰ বুলি চাহকে অভিহিত কৰিছিল। এই চাহেই যুদ্ধৰ সময়ত ইংৰাজ জাতিক প্ৰয়োজনীয় গতি চঞ্চলতা দিছিল, এই চাহেই সমৰ বাহিনী, নৌ বাহিনী, উইমেনচ ইন্সটিটিউটচ, NAAFI, Y.M.C.A. চেলভেচন আৰ্মি, চাৰ্চ আৰ্মি সকলোকে একত্ৰিত কৰি ৰাখিছিল। সমৰ সন্মুখত, বিমান আক্ৰমণত আক্ৰান্ত হোৱা সকলোকে এই চাহৰেই উদ্যম যোগোৱা হৈছিল। চাহৰ বাহিৰে অন্য কোনো পানীয়ই চিন্তা ভাৱনা, পৰিশ্ৰমত ক্লান্তি দূৰ কৰা, আশ্ৰয়হীনৰ দুখ নিবাৰণ কৰিব পৰা অন্য কোনো পানীয় নাই বুলি হাৱেলে প্ৰশংসা কৰে। ইয়াৰ বাহিৰেও চাহে চিত্ৰশিল্পী আৰু কুমাৰ শিল্পীক যথেষ্ট প্ৰেৰণ দিয়ে। চাহক লৈ বিখ্যাত বিখ্যাত ছবিৰ জন্ম হয়। এনে ছবি ইউৰোপৰ বহুতো যাদুঘৰত দেখা যায়। বহুতো কুমাৰ শিল্পীয়ে ধুনীয়া ধুনীয়া চাহ পান কৰা পাত্ৰ আৰু সঁজুলি নিৰ্মাণ কৰে।

এই খিনিতেই উল্লেখযোগ্য যে পৃথিৱীৰ ভিতৰত ইংৰাজ লোকেই প্ৰচুৰ চাহ পান কৰোঁতা। গড় হিচাপে এজন মানুহে বছৰত ৩.২২ কেজি চাহ খায়।

## চাহ, প্ৰেম আৰু নাৰী

ইংৰাজ মহিলা বা নাৰীৰ হৃদয়ত চাহে প্ৰেম, ভাল পোৱা, সুখ-দুখ অনুভূতিৰ ক্ষেত্ৰত এক আবেগময় স্থান অধিকাৰ কৰি আছিছে বুলি সদ্য প্ৰকাশিত এক বাতৰিৰ যোগেদি জানিব পৰা গৈছে। লণ্ডনৰ পৰা প্ৰকাশ হোৱা 'চাট' নামৰ আলোচনীখনে প্ৰকাশ কৰা বাতৰিটো 'আজিৰ অসমে' (২৪ অক্টোবৰ ১৯৯০ চন) এইদৰে প্ৰকাশ কৰে—

## একাপ চাহে দিয়ে মধুৰ আনন্দ

লণ্ডন, ২৩ অক্টোবৰ: সোমবাৰে প্ৰকাশ কৰা এটা জৰীপ অনুযায়ী জনা গৈছে যে লাখ লাখ বৃটেনৰ মহিলাই প্ৰেম পীৰিতিৰ পাছত একাপ ভাল চাহ খাবলৈ পোৱাৰ দৰে আনন্দৰ কথা আন একো নাই। এই জৰীপে চাহ পান কৰা জাতি হিচাপে বৃটেনৰ স্থান পুনৰ অধিক দৃঢ় কৰি তুলিলে।

"চাট" নামৰ আলোচনী এখনে ভোট যোগে চলোৱা সমীক্ষা মতে প্ৰতি চাৰি গৰাকী মহিলাৰ ভিতৰত এগৰাকী মহিলাই সহবাসৰ ঠিক পিছ মুহূৰ্ততে চাহৰ কেটলিটো জুইৰ ওপৰত বহুৱাই দিয়ে। একোটা সমস্যাৰ ক্ষেত্ৰতো চাহ অতি জনপ্ৰিয় বস্তু। জৰীপ কৰা ১০ হাজাৰ মহিলাৰ এক তৃতীয়াংশই যদি কিবা বেয়া সংবাদ পায় তেনেহ'লে তেওঁলোকক সৰ্বপ্ৰথমে একাপ চাহ প্ৰয়োজন হয় বুলি কয়।

চাহ খোৱাৰ তৃপ্তি আৰু স্বৰ্গীয় আনন্দই বহু কবিকে কবিতা লিখিবলৈ প্ৰেৰণা দিছিল। বহুতে আমোদজনক গীত গাই চাহ খোৱাৰ আনন্দত ডুব গৈছিল। চীন দেশৰ চাহ খাই তৃপ্তিত আত্মপ্ৰভাদ লভি ৱালাৰ নামৰ কবি এজনে ১৬৮৩ চনত চীন দেশৰ চাহৰ গৰিমা বৰ্ণনা কৰে—

Venus her Myrtle, Phoebus has his Bays:
Tea both excels which She vouchafes to praise.
The best of Queens, and best of Herbs we owe
To that bold Nation which the Way did show
To the fair region where the Sun does rise,
Whose rich Productions we so justly prize.

* * *



# মহাচীনৰ চাহৰ মোহনীয় কথা

চেন্ নং সম্ৰাটে তোকে চুমা দিলে
তৃপ্ত হ'ল সম্ৰাট মহান,
তোৰ ৰূপ গুণেৰে বিভূষিত হৈ
চীনাভূমি হ'ল মহীয়ান।

(দীন নাথ চাওৱা)

হাজাৰ হাজাৰ বছৰ ধৰি চীনা সমাজত চাহৰ প্ৰচলনে চীনদেশৰ মানুহক আনন্দ দান কৰিছিল আৰু চাহক লৈ কিছুমান আমোদকজনক কাহিনীও ৰচনা কৰা হৈছিল। এই কাহিনীবোৰ কিমান সঁচা কিমান মিছা সেই কথা ক'ব নোৱাৰি। তথাপিতো এই বাহিনীবোৰক চাহৰ বুৰঞ্জীত যথেষ্ট গুৰুত্ব দিয়া হয়।

## চাহৰ আৱিষ্কাৰক

চীনাসকলৰ মতে যীশুখৃষ্টৰ জন্মৰ ২৭০০ বছৰৰ আগতে চীন দেশত চেন্ নং নামৰ এজন সম্ৰাট আছিল। এইজন সম্ৰাটে এনেকুৱা ধৰণৰ আচৰিত গছ-গছনি, তৰুলতা আদি আৱিষ্কাৰ কৰিছিল যাৰ দ্বাৰা বহুতো ৰোগ দূৰ কৰিব পৰা হৈছিল। শেষত তেখেত ঐশ্বৰিক গুণসম্পন্ন এজন আৰোগ্যকাৰী নামে জনাজাত হৈ পৰিছিল। সম্ৰাটে স্বাস্থ্যৰ প্ৰতি লৱ লগা ব্যৱস্থাসমূহ মানি চলিছিল আৰু পানী তপত কৰি খাইছিল। এদিন তেওঁ মন কৰিলে যে তেওঁ যি পাত জ্বলাই পানী তপতায় তাৰে কেইখিলামান পাত কেনেবাকৈ পানী গৰম কৰা পাত্ৰত পৰে আৰু লগে লগে এটা আনন্দজনক আৰু আচৰিত ধৰণৰ গোন্ধ ওলাবলৈ ধৰে। তেওঁ পানীখিনি খাই চালে আৰু এটা উদ্দীপনা অনুভৱ কৰিলে। ইয়াৰ পিছৰ পৰা তেওঁ এনেয়ে হাবিত গজি থকা পাত ছিঙি আনি ব্যৱহাৰ কৰিবলৈ ধৰে। এইবিলাক পাত্ৰ "চাহ" নামে জনাজাত গছৰ পাত আছিল। চাহ খোৱা প্ৰথা এইদৰেই আৰম্ভ হয়। চেমুৰেল বলে অন্য এটা কাহিনী উল্লেখ কৰা মতে খৃষ্টীয় তৃতীয় শতিকাত চীন বংশৰ ৰাজত্ব

কালত চাহ গছৰ আৱিষ্কাৰ হয়। চীন ৰাজবংশৰ ৰজা য়ুনটাইৰ দিনত এগৰাকী মহিলাই প্ৰতিদিনে ৰাতিপুৱাই এটা সৰু পাত্ৰত চাহলৈ বজাৰলৈ গৈছিল। মানুহে এই চাহ আগ্ৰহেৰে কিনিছিল; অথচ ৰাতিপুৱাৰে পৰা সন্ধিয়ালৈকে তেওঁৰ পাত্ৰটোৰ চাহ শেষ হোৱা নাছিল। চাহ বেচি মহিলা গৰাকীয়ে যি ধন উপাৰ্জন কৰে সেই ধন তেওঁ অনাথ আৰু বাটত পোৱা ভিকহুসকলৰ মাজত ভগাই দিছিল। এদিন মহিলা গৰাকীক বন্দী কৰি বন্দীশালত ভৰাই থোৱা হ'ল; কিন্তু সেই ৰাতিয়েই তেওঁ তেওঁৰ চাহৰ পাত্ৰটোৰ সৈতে বন্দীশালৰ খিৰিকিয়েদি পলায় যায়।

চাহ গছৰ বিষয়ে লিখিত বিৱৰণ চীনা দাৰ্শনিক কনফুচিয়াছে (৫৫১-৪৭৯ খৃ: পূ:) আলোচনা কৰে বুলি ভবা হয়। তেখেতে তেখেতৰ কিতাপ এখনত এজোপা গছৰ কথা উল্লেখ কৰিছে। এই গছজোপাকে চাহ গছ বুলি অনুমান কৰা হয়। ইয়াৰ বাহিৰেও কুপো নামৰ আন এজন লেখকে (৩৫০ খৃ: পূ:) চীনা অভিধানত চাহৰ বিষয়ে প্ৰথম উল্লেখ কৰা পোৱা যায়।

চীনৰ দাৰ্শনিক পণ্ডিত লুইউক চাহৰ বিষয়ে লিখা প্ৰথম লেখক বুলি সন্মান কৰা হয়। কথিত আছে অষ্টম শতিকাৰ আগভাগত এজন সন্ন্যাসীয়ে অনাথ সৰু ল'ৰা এটা পাই নিজৰ ল'ৰাৰ দৰে ডাঙৰ দীঘল কৰে। বৌদ্ধ পুৰোহিতজনে আশা কৰিছিল যে তেওঁৰ পিছত এই তোলনীয়া ল'ৰাজনেই পুৰোহিত হ'ব। কিন্তু এই ল'ৰাজনৰ পুৰোহিতৰ জীৱন গ্ৰহণৰ কাৰণে কোনো অভিলাষ নাছিল। এই ল'ৰাজনৰ নামেই লুইউ। দেউতাকে লুইউক পুৰোহিত হ'বলৈ ক'লে যদিও লুইউ মান্তি নহ'ল। এই কথাত দেউতাকৰ বৰ খং উঠিল আৰু লুইউক নানা ধৰণৰ টান আৰু ভাল নলগা কামবোৰ কৰিবলৈ দিলে। এই কামবোৰৰ কাৰণে লুইউ বৰ অসুখী হৈ পৰিল আৰু এদিন ঘৰৰ পৰা পলাই গৈ পৰিব্ৰাজক হৈ পৰিল। লুইউ যিবোৰ ঠাইলৈ গৈছিল সকলোবোৰ ঠাইৰ মানুহে লুইউৰ ব্যক্তিত্বত মোহ গৈছিল। তেওঁক চাবলৈ ৰাইজ গোট খাইছিল। অথচ লুইউক কিন্তু সদায় মন মাৰি থকা দেখা গৈছিল আৰু এই নতুন জীৱনৰ কাৰণে বৰ অসুখী হৈ পৰিছিল।

অৱশেষত লুইডে অধ্যয়ণ কৰি জ্ঞান লাভ কৰিব খুজিলে। এদিন তেওঁৰ গুণমুগ্ধ এজনে তেওঁক কেইখনমান কিতাপ উপহাৰ দিলে। তেওঁ এই কিতাপকেইখন গভীৰভাৱে অধ্যয়ণ কৰিবলৈ ধৰে আৰু নিজে কিতাপ লেখিবলৈ মন কৰিলে।



অষ্টম শতিকাৰ মাজৰ পৰা চাহৰ প্ৰচলন ক্ৰমাত ব্যাপক হৈ পৰে। চাহৰ ব্যৱসায় কৰা ডাঙৰ ডাঙৰ বেপাৰীৰ আৰ্বিভাৱ হয়। এই ব্যৱসায়ী সকলে বিজ্ঞাপনৰ দ্বাৰা চাহ বেচি কিদৰে অধিক লাভ কৰিব পাৰি তাৰে চিন্তা কৰিবলৈ ধৰিলে। তেওঁলোকে চাহৰ গুণ-গান বখানি এখন কিতাপ লিখিবলৈ লুইউক অনুৰোধ কৰিলেগৈ। লুইউৱে এই বিষয়ে কিতাপ লেখিবলৈ সন্মতি প্ৰকাশ কৰিলে আৰু ৮৭০ খৃ: বিখ্যাত আৰু অদ্বিতীয় ছাচ্চিং (Chaching) বা Tea classic লিখি শেষ কৰিলে। এই কিতাপখন তিনিটা খণ্ডত লিখা; প্ৰত্যেকটো খণ্ড দহ ভাগত বিভক্ত। প্ৰত্যেকটো ভাগতে চাহৰ নানা ধৰণৰ বিষয় বস্তুৰ ওপৰত আলোচনা কৰা হৈছে। এইবিলাকৰ ভিতৰত চাহৰ বুৰঞ্জী, চাহ গছৰ বৰ্ণনা, পাত সংগ্ৰহ কৰা সময় আৰু নিয়ম, পাত শুকোৱা পদ্ধতি, চাহ তৈয়াৰ কৰা পদ্ধতি, চাহ কৰা আৰু খাবৰ কাৰণে নানা ধৰণৰ বাচন-বৰ্তনৰ কথা চিত্ৰৰ সহায়েৰে বৰ্ণনা কৰা হৈছে। এই কিতাপখনে লুইউক বিখ্যাত কৰি তুলিলে যাৰ ফলত তেওঁ সম্ৰাটৰো বন্ধু হৈ পৰিল। এই অভুতপূৰ্ব কৃতকাৰ্যতাৰ পিছতো লুইউক অনতীত জীৱনৰ কাৰণে অসুখী দেখা গৈছিল। লুইউ হ'ল চাহৰ বিষয়ে লিখা প্ৰথমজন লেখক, তেওঁৰ কিতাপখনেই চাহ বিষয়ৰ সৰ্বপ্ৰথম কিতাপ। চাহ শিল্পৰ এই বুৰঞ্জী অতি গুৰুত্বপূৰ্ণ, মনোৰঞ্জক আৰু আমোদদায়ক। এই বুৰঞ্জীৰ পৰা শিকিব লগা বহুত কথা আছে।

## চাহ গছৰ জন্ম কাহিনী

পৃথিৱীত চাহ গছৰ জন্ম কেনেকৈ হ'ল, এই বিষয়ে চীন, জাপান আৰু ভাৰতৰ বৌদ্ধ আখ্যান সমূহত উল্লেখ কৰা পোৱা যায়। তিনিওখন দেশৰ আখ্যান মতে ধৰ্ম নামৰ বৌদ্ধ সন্ন্যাসী এজনে চাহ গছৰ জন্মদাতা। এই কাহিনীবোৰ তিনিখন দেশত অলপ বেলেগ দেখা যায়। ধৰ্ম নামৰ বৌদ্ধ সন্ন্যাসী এজনে পঞ্চম শতিকাত চীন দেশলৈ যায় আৰু চাহৰ জন্মৰ গুৰিত এৱেঁই আচল ভূমিকা লয়। বহুত বছৰ ধৰি ধ্যান কৰাৰ ফলত তেওঁ টোপনিত কলমটিয়াব লগা হৈছিল। খঙতে তেওঁ চকুৰ পতা ছিঙি দলিয়াই পেলালে আৰু এই চকুৰ পতাৰ পৰাই ধুনীয়া গছৰ জন্ম হ'ল। এই জোপা গছৰ পাতৰ পৰা এবিধ পানীয় তৈয়াৰ কৰিব পাৰি যাক খালে নিদ্ৰা দূৰ হয়। এই গছেই হ'ল চাহ গছ।

## চ্ছাচ্ছিং

আগতেই উল্লেখ কৰা হৈছে যে লুইউৰ দ্বাৰা লিখিত 'চ্ছাচ্ছিং' পুথিখনেই পৃথিৱীৰ সৰ্বপ্ৰথম চাহ বিষয়ৰ কিতাপ। এই কিতাপখনে চীনা সমাজত চাহৰ বিষয় বহুতো কথা জানিবলৈ দিয়ে।

লুইউ-এ কোৱামতে চাহ টাং বংশৰ (৬২০-৯০৭ খৃষ্টাব্দ) মাজত জনপ্ৰিয় আছিল। হোনান্, চেনচাই, হুনান আৰু চিজেচুৱানৰ কোনো কোনো ঠাইত চাহপান কৰাতো চিৰৰীতি আছিল। সেইবোৰ অঞ্চল সাধাৰণতে চাহময় আছিল। এটা পাত্ৰ বা বটলত চাহপাতৰ গুড়ি পিঠা চহ (Cake tea) তৈয়াৰ কৰা হৈছিল। উতলা পানী বাকি মাজে মাজে পিয়াজ, আদাও সুমথিৰাৰ বাকলি আৰু পদিনা ব্যৱহাৰ কৰা হৈছিল। এইদৰে কিছু সময় ধৰি সিজোৱা হৈছিল। চাহপাত তোলা আৰু চাহ প্ৰস্তুত কৰা সম্পৰ্কেও এটা আমোদজনক কাহিনী পোৱা যায়।

"সাধাৰণতে মাৰ্চ, এপ্ৰিল বা মে' মাহত চাহ গছৰ পাত তোলা হয়। সাৰুৱা মাটিত চাহৰ পোখা ঢেকীয়াৰ ঠাৰিৰ দৰে প্ৰায় ৪/৫ ইঞ্চিমান দীঘল হয়। কাণ্ডৰ পৰা ওলোৱা তিনি, চাৰি বা পাঁচটা পোখাৰ আটাইতকৈ ভাল পোখাবিলাক ছিঙা হয়। বৰষুণৰ দিনত বা ডাৱৰীয়া বতৰত পাত তোলা নহয়। যেতিয়া বতৰ ভাল থাকে তেতিয়াহে পাত তোলা হয়। পাত ক্ৰমাৎ গৰম কৰা, গুড়ি কৰা, শুকোৱা আৰু বাকচত ভৰোৱা হয়।

চাহপাতবোৰ দেখাত বেলেগ বেলেগ প্ৰকাৰৰ। সাধাৰণতে কিছুমান পাতত ভাজ থকা, কিছুমান সাধাৰণতে দেখা ধৰণৰ অৰ্থাৎ নিয়মীয়া আকাৰৰ, কিছুমান সামান্য মুগা বৰণীয়া, কিছুমান, খহটা। এইবোৰ ভাল চাহপাত। আন কিছুমান আছে যিবোৰ বাঁহৰ পোখাৰ প্ৰথম পাতৰ দৰে। এইবোৰ পাত টান আৰু ভাঁজহীন, তাপ দিয়া আৰু গুড়ি কৰা টান। আকৌ কিছুমান আছে যিবোৰ দেখিবলৈ পদুমৰ দৰে, ঠাৰি আৰু পাতবোৰ লেৰেলা, এইবোৰ পুৰণি আৰু বেয়া পাত। পাত তোলাৰ পৰা বাকচত ভৰোৱা পৰ্য্যন্ত সাতটা প্ৰণালী আছে, ভাঁজ থকা আকাৰৰ পৰা বৰফৰ তলত থকা পাতৰ আকাৰৰ পাতলৈকে মুঠতে আঠটা গুণৰ পাত আছে। যিবোৰ পাত মিহি, ক'লা আৰু চেপেটা সেইবোৰ নিকৃষ্ট, যিবোৰ পাত ক্ৰমাৎ ভাঁজ থকা, হালধীয়া বৰণৰ আৰু মিহি নহয় সেইবোৰ সাধাৰণ শ্ৰেণীৰ আৰু যিবোৰ এই দুই শ্ৰেণীত নপৰে সেইবোৰ চাহপাতক উৎকৃষ্ট বুলি ধৰা হয়; কিয়নো চাহপাতৰ ভাল বা বেয়া গোন্ধ



আৰু সোৱাদতহে ধৰা হয়। যিবোৰ গছৰ চাহপাত বসাল সেইবোৰ মিহি, যেতিয়া পাতবোৰক ছাপ দিয়া হয় তেতিয়া ভাঁজ ওলাই আহে। যিবোৰ চাহপাত মন্থৰ প্ৰণালীৰে তৈয়াৰী সেইবোৰ চাহ ক'লা, যি চাহপাত এদিনত কৰা সেইবোৰ হালধীয়া, যি চাহপাতক ভাপ আৰু ছাপ দিয়া হয় সেইবোৰ চেপেটা, ছাপ নিদিলে সেইবোৰৰ উপৰিভাগ মিহি নহয়।"

লুইউয়ে চাহৰ উপকাৰিতাৰ বিষয়ে এইদৰে মত দিছে— "চাহে মানুহৰ মন আৰু শৰীৰক সতেজ ৰুৰে। পানীয় বস্তু হিচাপে চাহে আত্মসংযমী আৰু ভাল চৰিত্ৰৰ লোকক সহায় কৰে, যেতিয়া গৰম লাগে, পিয়াহ লাগে, বেজাৰ অনুভৱ হয়, মুৰ বা চকু বিষায়, ভাগৰ লাগে বা-গা বিষায় তেতিয়া দিনে চাৰি-পাঁচবাৰকৈ চাহ খাব লাগে, যদি উচিত বতৰত চাহপাত তোলা নহয় সেই চাহ ভালদৰে প্ৰস্তুত কৰিব নোৱাৰি। এইবিলাক আন অপতৃন আদিৰ লগত মিহলি হৈ থাকিলে এনে চাহ খালে বেমাৰ হ'ব পাৰে। পানীয় বিলাকৰ পানীয়ে পিয়াহ দূৰ কৰে। সুৰাই মানসিক দুখ দূৰ কৰে আৰু চাহে নিদ্ৰা দূৰ কৰে।"

চীনদেশৰ প্ৰাচীন কবিতা পুথিত চাহৰ বিষয়ে এইদৰে বৰ্ণনা কৰা আছে:

"প্ৰথম চাহ কাপে মোৰ ওঠ আৰু ডিঙি সিক্ত কৰে, দ্বিতীয় কাপ চাহে মোৰ নিৰ্জ্জনতা দূৰ কৰে, তৃতীয় কাপ চাহে পেটৰ অসাৰ অংগবোৰ বাগৰি যায়, কিন্তু তাত পোৱা যায় পাঁচ হাজাৰ খণ্ডৰ আচৰিত নক্সা। চতুৰ্থ কাপ চাহেৰে গাৰ পৰা কিছু ঘাম ওলায় আৰু জীৱনৰ সকলোবোৰ দূষিত বস্তু লোমকূপেৰে নিৰ্গত হয়, পঞ্চম কাপ চাহেৰে মই নিৰ্মল হৈ পৰো; ষষ্ঠ কাপ চাহে মোক অমৰত্বৰ ৰাজ্যলৈ লৈ যায়। সপ্তম কাপ চাহে— আ: মই আৰু খাব নোৱাৰো। মই মাত্ৰ অনুভৱ কৰোঁ যে শীতল বতাহে মোৰ চোলাৰ হাত উৰুৱাইছে। এনে সুখময় স্বৰ্গীয় ঠাই ক'ত আছে? এনে জুৰ বতাহত মোক ওপঙি ফুৰিব দিয়া আৰু এই উদ্দেশ্য মই ওপঙি ফুৰোঁ।"

## চীনদেশত ক'লা চাহ কৰা প্ৰণালী

ক'লা চাহ তৈয়াৰ কৰা পদ্ধতি সাধাৰণতে দীঘলীয়া। চেমুৱেল বলে কলা চাহ কৰা পদ্ধতি এনেদৰে বৰ্ণনা কৰিছে—

"এখনি চালনিত পাতবোৰ থোৱা,
ৰ'দ আৰু বতাহত উলিয়াই দিয়া।

খেৰৰ দৰে তল ওপৰ কৰি লৰাই দিয়া,
তাৰ পিছত ছাঁত থোৱা, যাতে সুন্দৰ গোন্ধ ওলায়।
হাত বা ভৰিৰে গছকি মোহাৰি দিয়া
শেষত কয়লাৰ জুইত শুকোৱা
তুমি এইদৰে ধুনীয়া কংগো চাহ পাবা।"

সাধাৰণতে চীন দেশত ক'লা চাহক কংগো বোলা হয়। কংগো শব্দটো কুংফুৰ পৰা ওলাইছে। চীন ভাষাত ইয়াৰ অৰ্থ অন্য প্ৰকাৰৰ চাহতকৈ এই প্ৰকাৰৰ চাহ কৰাৰ পদ্ধতি বেলেগ। সময় আৰু পৰিশ্ৰমৰ প্ৰয়োজন বেছি, সাধাৰণতে ১ ঘন্টাৰ পৰা ২ ঘন্টা পৰ্য্যন্ত পাত ৰ'দ আৰু বতাহত ৰখা হয়। কিন্তু ডাৱৰীয়া বতৰত শুকোৱা পদ্ধতি লেহেম হৈ পৰে। এই পাতবোৰৰ কাষত ৰঙা ৰং নোলোৱালৈকে লৰাই থকা হয়। এই পাতখিনি পিছত ফাৰ্মেন্টেছনৰ কাৰণে ঠাণ্ডা ঠাইত প্ৰায় ছয় ঘন্টা ৰখা হয়। এই অৱস্থাত পাতৰ পৰা ভাল গোন্ধ ওলায়।

ফাৰ্মেন্টিছনৰ পিছত এখন অতি গৰম তৰাং ঠালত যাক 'কুও' (kuo) বুলি কোৱা হয় তাত পাতখিনি দলিয়াই দিয়া হয়। এই ঠালখন খৰিৰে জুই ধৰি ৰঙা হোৱাকৈ গৰম কৰা হয়। সাধাৰণতে উত্তম প্ৰকৃতিৰ যেনে— চৌচং তৈয়াৰ কৰিবলৈ হ'লে ঠাল ৰঙাকৈ গৰম কৰা হয়। যেতিয়া পাতখিনি ঠালত থওতে মিট্-মিট্‌কৈ লাহে লাহে ফাট মেলে তেতিয়া অতি খৰকৈ লৰাই দিয়া হয়। এনে সময়ত পাতখিনি কেঁচা কেঁচা গোন্ধায়। ইয়াৰ কিছুসময়ৰ পিছত পাতৰ গোন্ধ নাইকিয়া হৈ পুনৰ নতুন গোন্ধ ওলাবলৈ ধৰে। পাতখিনি এনে অৱস্থাত লেহুকা হৈ পৰে। পিছত এখন ঠালত এই পাতখিনি মৰা হয়। এই পাতখিনি কিছু সময় মৰাৰ পিছত অন্য এখন ঠালত থোৱা হয় আৰু পুনৰ গৰম কৰা হয়। এইদৰে কেইবাবাৰো পাতখিনি মৰা হয় আৰু গৰম কৰা হয়। শেষৰবাৰ পাতখিনি গৰম কৰোঁতে বৰ সাৱধানে গৰম কৰা হয়। ইয়াক 'পই' (Poy) বুলি কোৱা হয়। এই অৱস্থাত পাতখিনি বাঁহৰ ডলাত বা খৰাহীত লোৱা হয় আৰু কয়লাৰ জুইত অতি সাৱধানেৰে গৰম কৰা হয় যাতে পাতখিনি জুইত নপৰে। পাত জুইত পৰিলে ধোঁৱা ওলায় আৰু ই পাতৰ মানদণ্ড বেয়া কৰে। প্ৰায় আধাঘন্টাৰ পিছত বাঁহৰ ডলা বা খৰাহীৰ পৰা উলিয়াই কেইবাবাৰো লৰাই মেলি দিয়া হয়। পুনৰ পাতবোৰ যথেষ্ট পৰিমাণে পাক নোলোৱালৈকে গৰম কৰা হয়। শেষ অৱস্থাত অতি কম জুইৰে এই কাম কৰা হয়। চাহ তৈয়াৰ কৰা সম্পূৰ্ণ হৈ গ'লে বান্ধি থৈ দিয়া হয়।



## সেউজীয়া চাহপাত তৈয়াৰ কৰা প্ৰণালী

এই চাহ তৈয়াৰ কৰিব কাৰণে পাতবোৰ ছিঙি অনাৰ লগে লগেই সিজালে ভাল হয়; ৰ'দত আৰু বতাহত উলিওৱা নহয়। সেউজীয়া চাহ তৈয়াৰ কৰিবৰ কাৰণে ব্যৱহৃৰ কৰা থালখন ক'লা চাহ তৈয়াৰ কৰা থালতকৈ কিছু গভীৰ। একেবাৰতে বহুত চাহপাত ধৰে। সিজোৱাৰ লগে লগে পাতবোৰ পাতল হালধীয়া বৰণৰ হৈ পৰে আৰু পাতৰ পৰা ভাপ ওলাব ধৰে। সিজোৱাৰ পিছত ক'লা চাহ তৈয়াৰ কৰোঁতে যিদৰে পাত মৰা হয় সেইদৰে পাতখিনি মৰা হয় আৰু এখন সমান থালত লৈ হাতেৰে এটা বলৰ দৰে কৰা হয় আৰু পিছত বলটো ভাঙি দিয়া হয়। পাতবোৰ হাতৰ পতাত লৈ মোহাৰি পাক দিয়া হয়। এইপাত পিছত এটা ঠাণ্ডা কোঠাত থৈ মেলি দিয়া হয়। এইদৰে সিজোৱা আৰু ঠাণ্ডা কৰা কাম তিনিবাৰ কৰা হয় আৰু তিনিবাৰত পাতবোৰ সামান্য নীলা বৰণৰ হৈ পৰে। বহুত সময়ত বেয়া পাতত নীলা ৰং কৰি পাতৰ মানদণ্ড বঢ়োৱা হয়।

## উলংচাহ

উলং চাহ চীনদেশৰ উ-লংৰপৰা উৎপত্তি হৈছে। এই ভাষাত উ-লংৰ অৰ্থ কলাঙ্কত। এই চাহ বহু প্ৰকাৰৰ যেনে : আমৈ, ফুচু, ফৰমোচা, আনকচ, পাদ্ৰে ইত্যাদি। অৰ্দ্ধভাবে ফাৰ্মেন্ট কৰা চাহক উলং চাহ বোলা হয়। এই চাহ বনোৱা পদ্ধতি কলা চাহ বনোৱা পদ্ধতিৰ লগত প্ৰায় একে কিন্তু এইক্ষেত্ৰত অধিক মাত্ৰা ফামেন্টেছন কৰা নহয়। এই চাহেৰে কৰা পানীয়ৰ ধৰ্ম কলা আৰু সেউজীয়া চাহৰ মধ্যৱৰ্তী।

## সুগন্ধি চাহ

এই চাহ তৈয়াৰ কৰাৰ কাৰণে নানা ধৰণৰ সুগন্ধি ফুল ব্যৱহাৰ কৰা হয়। সেউজীয়া চাহ যেতিয়া সুগন্ধি কৰা হয়, তেতিয়া শেষৰ অৱস্থাত অতিমাত্ৰা গৰম কৰা চাহ অন্য এটা বাকচত থোৱা হয়। এই চাহখিনিৰ ওপৰত প্ৰায় দুই ইঞ্চি ডাঠকৈ ফুল দি দিয়া হয়। এই ফুলৰ ওপৰত পুনৰ গৰম চাহপাত মেলি দি আকৌ ইয়াৰ ওপৰত ফুল দিয়া হয়। এইদৰে কেইবাটাও ফুলৰ তৰপ কৰা হয়। বাকচটো পাতেৰে সম্পূৰ্ণ হ'লে বাকচৰ মুখখন টানকৈ মাৰি থোৱা হয়। এইদৰে পাতখিনি কমেও এদিনৰ কাৰণে ৰখাৰ পিছত ফুলৰ

পৰা ৰস ওলাই চাহপাতখিনি সুগন্ধি কৰি তোলে।

কলাচাহ সুগন্ধি কৰিবলৈ হ'লে ফুলবোৰ এটা পাতত লৈ লাহে লাহে জুইত শুকাব লাগে। শুকোৱা হ'লে ফুলবোৰ গুড়ি কৰা হয়। কলাচাহ তৈয়াৰ কৰা শেষৰ দুটা স্তৰত ফুলৰ এই গুড়িবোৰ পাতৰ লগত মিহলাই দিয়ে।

## ইটাকৃতি আৰু বড়ি চাহ

ক'লা আৰু সেউজীয়া চাহ ইটা আৰু বড়ি আকাৰত তৈয়াৰ কৰা হৈছিল। এই চাহ চাং ৰাজবংশৰ ৰাজত্ব কালত (৯৬৬-১২৭৬ খৃ:) তৈয়াৰ কৰা হৈছিল। কলা চাহ ইটা আকৃতিৰ কৰিব লাগিলে বিশেষকৈ পাত আৰু গুড়ি চাহহে ব্যৱহাৰ কৰে। সেউজীয়া চাহৰ ক্ষেত্ৰত কেৱল মাত্ৰ পাত ব্যৱহাৰ কৰা হয়। গুড়ি চাহ বা পাতৰ ঠাঁৰি ব্যৱহাৰ কৰা নহয়। সাধাৰণতে ইটাৰ আকৃতিৰ চাহ তৈয়াৰ কৰোঁতে প্ৰায় বেলেগ বেলেগ বস্তু দি ভেজাল কৰে। এইক্ষেত্ৰত বুঢ়া চাহপাত অন্য অন্য গছৰ পাত, কাঠৰ সৰু সৰু টুকুৰা পাইনগছৰ বাকলি, কাঠৰ গুড়ি বা অন্য গছৰ পাত আদি ব্যৱহাৰ কৰে। সাধাৰণতে এই চাহ নিম্ন মানদণ্ডৰ। এই চাহ সাধাৰণতে তিব্বত, মংগোলীয়া, ৰুছীয়া আৰু পূৰ্ব ইউৰোপদেশ সমূহলৈ পঠোৱা হৈছিল। এতিয়াও তিব্বতত এই চাহৰ প্ৰচলন বেছি। এই আকৃতিৰ চাহ ক'লা আৰু সেউজীয়া চাহৰ বনোৱা পদ্ধতিৰ শেষত ইটা আকৃতিৰ ৰূপ দিয়া হয়। ইটা আকৃতিৰ চাহৰ ওজন ২ পাউণ্ডৰ পৰা ৫ পাউণ্ডৰ ভিতৰত। তিব্বত দেশলৈ পঠোৱা চাহৰ আকৃতি যথেষ্ট ডাঙৰ। এই চাহৰ টুকুৰা ১২ ইঞ্চি দীঘল, ১১ ইঞ্চি বহল, ওজন প্ৰায় ৩ কে:জি:। ব্যৱহাৰ কৰিবৰ সময়ত অলপ চাহ এৰুৱাই গুড়ি কৰি লোৱা হয়। ক'লা চাহৰ ইটা সাধাৰণতে ১২ ইঞ্চি দীঘল, ৮ ইঞ্চি বহল। সেউজীয়া চাহৰ ইটা ১২ ইঞ্চি দীঘল, ৭ ইঞ্চি বহল।

বড়ি চাহ তৈয়াৰ কৰা পদ্ধতি কলা চাহ তৈয়াৰ কৰা পদ্ধতিৰ লগত প্ৰায় একে। কিন্তু এইক্ষেত্ৰত উত্তম প্ৰকৃতিৰ গুড়ি চাহ ব্যৱহাৰ কৰিব লাগে। এই চাহ ভ্ৰমণকাৰী বা ঘূৰি ফুৰা লোকৰ ব্যৱহাৰৰ কাৰণে তৈয়াৰ কৰা হৈছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত সৈন্যসকলৰ ব্যৱহাৰৰ কাৰণে চাহ, শুকান গাখীৰ আৰু চেনিৰে এবিধ বড়ি তৈয়াৰ কৰা হৈছিল। কিন্তু এনে বড়িত চাহৰ স্বাভাৱিক গুণ ধ্বংস হৈ যায়। এই চাহে জনপ্ৰিয়তা অৰ্জন কৰিব নোৱাৰিলে। মাঞ্চুৰিয়া, মংগোলীয়া, চাইবেৰিয়াৰ বেলেগ বেলেগ অঞ্চলত এই বড়ি চাহ মুদ্ৰা হিচাপে



ব্যৱহাৰ কৰা হৈছিল।

চীনদেশত চাহ নাল নথকা পাত্ৰত তৈয়াৰ কৰা হৈছিল। চাহখোৱা পাত্ৰবোৰ ঢাকনিযুক্ত আছিল। এই পাত্ৰবোৰ মুখৰ ওপৰলৈ আনি ঢাকনিখন অলপ খুলি চাহ বাকী দিয়া হৈছিল যাতে মুখত ঢালোতে পানীৰ লগত চাহপাত পাৰ হৈ নাযায়। কিছুমান চাহৰ দোকানত চাহ খাবলৈ গ্ৰাহকক চাহ সিজোৱা পাত্ৰটিৰ বাহিৰে সৰু অন্য এটা পাত্ৰ লগত দিয়া হৈছিল। এই পাত্ৰটোত ডাঙৰ পাত্ৰটোৰ পৰা চাহ অলপ ঢালি খাইছিল। চীনাসকলে ভাবিছিল যে পিয়াহত চাহ খোৱাটো বৰ বেয়া কথা। যিসকল ধনী মানুহ সেইসকলে চাহৰ পাত্ৰত চাহ পাতৰ লগত শুকান ফুল দি সুগন্ধি কৰি খাইছিল। এই ফুলবোৰ পেকেটত ভৰাই জাপানী ফুল হিছাপে বেচা হৈছিল। ইয়াৰ চাহিদাও যথেষ্ট আছিল। চীনাসকলে তেওঁলোকৰ আহাৰ গ্ৰহণ কৰাৰ আগতে প্ৰচুৰ পৰিমাণে এই পানীয় পান কৰে। এই কাৰণেই তেওঁলোক হৃষ্টপুষ্ট আনন্দপূৰ্ণ বুলি ভবা হয়।

## এজোপা আচৰিত চাহগছ

চীনদেশৰ দেঙ্কি নামৰ পাহাৰীয়া গাওঁ এখনত ১০০০ বছৰতকৈও অধিক বয়সৰ চাহগছ এজোপা আছে। এই চাহগছ জোপাৰ পাতবোৰ বগা। গছজোপাত গুটি নালাগে। এই জোপা গছৰ বংশ বৃদ্ধি কৰিবৰ বাবে নানা ধৰণৰ আধুনিক চেষ্টা কৰা হৈছে। যেনে লেয়াৰিং, কলম কৰা আৰু গুটি পাবৰ কাৰণে বিভিন্ন কৌশল প্ৰয়োগ কৰা হৈছে। কিন্তু কোনোমতে বংশবৃদ্ধি কৰিব পৰা হোৱা নাই। চাহ গছজোপাৰ শিপা লৰালে পাতবোৰ সেউজীয়া হৈ পৰে। চীনদেশৰ চাহ সমিতিৰ উপসভাপতি অধ্যাপক জুৱাংৱাংফাঙে এই গছজোপা চীন দেশৰ এক দুষ্প্ৰাপ্য গছ বুলি অভিহিত কৰিছে, পৃথিৱীৰ ক'তো এনে চাহ গছ থকাৰ কথা শুনা নাযায় বুলি কয়। এইজোপা গছৰ পাতেৰে চাহ তৈয়াৰে কৰা হৈছে আৰু এই চাহৰ গোন্ধও বিশেষ তাৎপৰ্যপূৰ্ণ।

## টি হাউছৰ কথা

অতি পুৰণি কালৰ পৰাই চীনদেশত চাহ পানীয় হিচাপে দোকানত বেচা হৈছিল। চাহ খাই আনন্দ লভিবলৈ, ভাগৰ, অৱসাদ, পিয়াহ আঁতৰ কৰিবলৈ, শাৰীৰিক, মানসিক, বৌদ্ধিক চিন্তা-চৰ্চাৰ উদ্‌গনি পাবলৈ, বিভিন্ন কলা শিল্পৰ

সৃষ্টিৰ প্ৰেৰণা পাবলৈ টি হাউছ বা চাহৰ দোকান খোলা হৈছিল। যুগ যুগ ধৰি বহু ঐতিহ্যপূৰ্ণ এনে টি হাউছৰ প্ৰচলন পুৰুষানুক্ৰমে চলি আহিছিল। টি হাউছৰ এনেকুৱাই আছিল যে এনে টি হাউছক কেন্দ্ৰ কৰি নাটক লিখি মঞ্চস্থ কৰা হৈছিল। নাটকৰ বিষয়বস্তু আৰু অভিনয়ে চাহ খাবলৈ দৰ্শকক উত্তেজিত কৰিছিল। বিদেশী ভ্ৰমণকাৰীয়ে এনে টি হাউছলৈ গৈ চাহ খাই তৃপ্তি লভিছিল। ১৯৪৯ চনত বিপ্লৱৰ পিছত চৰকাৰে এনে টি হাউছবোৰ বন্ধ কৰি দিয়ে আৰু বৰ্তমান বেজিঙত মাত্ৰ এখনেই এনে প্ৰাচীন ঐতিহ্য বহন কৰা টি হাউছ আছে বুলি জনা যায়। কিন্তু চীন দেশৰ দক্ষিণ অঞ্চলত পুৰণা ঐতিহ্য বহন কৰা এনে টি হাউছ এতিয়াও দেখিবলৈ পোৱা যায় বুলি বাতৰিত প্ৰকাশ।

কালক্ৰমত চীনদেশৰ পৰাই এই চাহগছ, চাহ পাত আৰু চাহখোৱা সংস্কৃতি জাপান (খৃ: ৬ষ্ঠ ৭ম শতিকা), তিব্বত (খৃ: সপ্তম শতিকা), ভুটান, ব্ৰহ্মদেশ, শ্যামদেশ, দক্ষিণ পূৱ এছিয়াৰ অন্য অন্য দেশ, অৰুণাচল প্ৰদেশ, কোৰিয়া, মংগোলীয়া আদি দেশত বহুকাল আগতেই চীনদেশৰ পৰাই এই চাহ বিয়পি পৰে আৰু সমাজত চাহ বিশেষ ধৰ্মীয় আৰু সংস্কৃতিৰ পবিত্ৰ অনুষ্ঠান হৈ পৰে। ছোভিয়েত ৰুছিয়াতো চীনদেশৰ পৰাই চাহ সোমায় আৰু সোনকালেই এক এৰিব নোৱাৰা পানীয় হৈ পৰে। চীনদেশৰ এই যাদুকৰী পানীয়ৰ বিষয়ে ৰুছিয়াৰ সম্ৰাট জাৰৰ হৈ জাৰৰ ব্যক্তিগত চিকিৎসকে এই বুলি ঘোষণা কৰে:

"এই পানীয় বেয়া খং, ঠাণ্ডা, পানী লগা আৰু মূৰৰ কামোৰণি প্ৰতিৰোধৰ কাৰণে উত্তম প্ৰতিৰোধক।"

"চাহ মদতকৈ শ্ৰেষ্ঠ; কিয়নো চাহে মানুহক মাতাল নকৰে। মানুহক বেয়া কাম কৰিবলৈ উত্তেজিত নকৰে আৰু চাহ পানে অনুশোচনা, অনুতাপ বা দুখৰ সূচনা নকৰে, চাহ পানীতকৈও শ্ৰেষ্ঠ বা নিৰ্মল কিয়নো চাহত বেমাৰৰ বীজাণু নাথাকে আৰু ইয়াৰ কোনো বিষাক্ত গুণ নাই।"

প্ৰবাদপুৰুষ-চেন নং

## অসমত চাহ শিল্পৰ আৰম্ভণিৰ আদি কথা

ইংৰাজ জাতিৰ মাজত চাহ এক অপৰিহাৰ্য এৰিব নোৱৰা পানীয় হৈ পৰাত চাহ লুভীয়া ইংৰাজ জাতিটো যাতে এদিনৰ বাবেও চাহৰ পৰা বঞ্চিত হ'ব নালাগে, তাৰ বাবে বৃটিছ জাতিটোৰ চীন দেশৰ পৰা চাহৰ যোগান



পাই আহিছিল। কিন্তু কালক্ৰমত দাম্ভিক চীনাসকলৰ লগত ইংৰাজসকলৰ ব্যৱসায় বাণিজ্যৰ লেনদেন বেয়া হৈ আহিবলৈ ধৰে। এটা জাতিৰ এক কঠোৰ লক্ষ্যত কৃতকাৰ্য হ'বলৈ যি দেশপ্ৰেম, দূৰদৃষ্টি, আনুগত্য, কৰ্মশক্তি, আঁচনি, বুদ্ধি, প্ৰতিভা, সাহস, সততা, মূলধন, নিয়মানুবৰ্তিতা আদি যি যি গুণৰ প্ৰয়োজন হয় সেই সকলো গুণ এই ইংৰাজ জাতিটোৰ আছিল। তেওঁলোক সহজে হাৰমনা বিধৰ নাছিল। চীনা সকলৰ দাম্ভিকতা আৰু একচেতীয়া ব্যৱসায় ধ্বংস কৰিবলৈ তেওঁলোকে আঁচনি ল'লে আৰু অসমৰ নিচিনা এখন অজান অৰণ্যময় দেশত তেওঁলোকে চাহগছ আবিষ্কাৰ কৰি, চাহখেতি কৰা আৰু চাহ তৈয়াৰ কৰা পদ্ধতি আবিষ্কাৰ কৰি অভাৱনীয় কৃতকাৰ্য লাভ কৰিলে। এই কৃতকাৰ্যতাৰ আঁৰৰ বুৰঞ্জী কৌতুহলপূৰ্ণ আৰু তথ্যপূৰ্ণ। পৃথিৱীত বিভিন্ন শিল্প উদ্যোগৰ স্থাপন আৰু কতকাৰ্যতাৰ বুৰঞ্জী চাহ শিল্পৰ বুৰঞ্জী আৰু কৃতকাৰ্যতাৰ [illegible] ৰ লগ [illegible] না নহয়। চাহ শিল্পৰ ৰোমাঞ্চকৰ কাহিনীৰ লগত অন্য শিল্প উদ্যোগৰ কাহিনী ফেৰমাৰিব পৰা বিধৰ নহয়। অসমতনো চাহ শিল্প বৃটিছ চৰকাৰে কিয় গঢ়ি তোলাৰ বাবে জোৰ দিলে, অসমৰ দুৰ্গম হাবিত্ৰ কিদৰে চাহগছ আৱিস্কাৰ কৰিলে আৰু কেনেকৈ চাহশিল্প গঢ়ি তুলিবলৈ কৃতকাৰ্য হ'ল তাৰ বিষয়ে কিছু আভাষ দিয়া হ'ল।

## ভাৰতবৰ্ষত চাহৰ প্ৰচলন আৰু ভাৰতত চাহখেতিৰ আৰম্ভণি

যদিও বহুবছৰৰ পূৰ্বৰ পৰাই চীনদেশ তথা সুদূৰ প্ৰাচ্যৰ দেশসমূহৰ লগত ভাৰতবৰ্ষৰ ধৰ্মীয় আৰু বাণিজ্যিক সম্বন্ধ স্থাপন হৈছিল, তথাপি এই অপূৰ্ব পানীয়ৰ কথা ভাৰতবৰ্ষত প্ৰচাৰ হোৱা নাছিল। সম্ভৱত: ইউৰোপীয় বেপাৰীসকলে সুদূৰ প্ৰাচ্যৰ লগত বেহাবেপাৰ কৰোঁতে যিবিলাক দেশৰ মাজেৰে বেহাবেপাৰ কৰিছিল, সেইবিলাক দেশত এই বেপাৰীসকলে চাহৰ প্ৰচাৰ কৰিছিল।

ভাৰতবৰ্ষৰ প্ৰথম গৱৰ্ণৰ জেনেৰেল ৱাৰেণ হেষ্টিংচৰ দিনৰ পৰা ভাৰতবৰ্ষত শিল্প আৰু বেহাবেপাৰৰ এক নতুন সোঁত আৰম্ভ হ'ল। ১৭৭৮ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ছাৰ জোচেফ বেঙ্কক ভাৰতত কি কি নতুন খেতি কৰিব পাৰি সেই সম্পৰ্কে এখন প্ৰতিবেদন দাখিল কৰিবলৈ ক'লে। বেঙ্কে অন্যান্য কৃষিজাত সামগ্ৰীৰ ভিতৰত চাহক অধিক প্ৰাধান্য দিয়ে। তেওঁ এইদৰে মন্তব্য দিছিল— "চাহ হ'ল বৃটেইনৰ জাতীয় জীৱনৰ এক

গুৰুত্বপূৰ্ণ সামগ্ৰী।" ছাৰ জোচেফ বেঙ্কে কেনে অঞ্চলসমূহত চাহ খেতি উত্তম ভাৱে হয় এই কথা চীন আৰু জাপান দেশৰ জলবায়ু অধ্যয়ণ কৰি স্থিৰ কৰি লয়। কিন্তু ভাৰতত চাহ খেতিৰ প্ৰকৃত পদক্ষেপ লোৱাৰ আগতে বৃটিছ কৰ্মচাৰীসকলে যথেষ্ট চিন্তা কৰিব লগা হৈছিল। ৰবাৰ্ট ব্ৰুচ আৰু চি, এ, ব্ৰুচে অসমৰ উত্তৰ পূৱ সীমান্তৰ টিৰাপ জিলাৰ চিংফৌসকলৰ চাহৰ প্ৰচলন আৰু চাহ গছ আবিষ্কাৰ হোৱাৰ আগতে ব্ৰহ্মপুত্ৰ উপত্যকাত চাহৰ প্ৰচলন বা অসম ভ্ৰমণকাৰীৰ টোকাত অসমৰ উত্তৰ-পূৱ অঞ্চললৈ চাহ গছ কেনেকৈ আহিল ? কোনো কোনোৱে অসম চাহ গছৰ জন্মস্থান বুলি ক'লেও উদ্ভিদ বিজ্ঞানীৰ দৃষ্টিত ব্ৰহ্মদেশৰ উত্তৰৰ ইৰাৱতী নদী অঞ্চল অৰ্থাৎ যি ঠাইত অসম ব্ৰহ্মপুত্ৰ, আৰু চীন দেশৰ সীমা লগ লাগিছে সেই অঞ্চলহে চাহ গছৰ জন্মস্থান। যি অঞ্চলক চাহ গছৰ জন্মস্থান বা আদি ভূমি বুলি ধৰা হয় সেই ইৰাৱতী উপত্যকাৰ পৰা আহি আহোমসকলে অসমত প্ৰবেশ কৰেহি। আহোমসকলে অসমলৈ অহাৰ পৰা চাহ ব্যৱহাৰ কৰা আৰু অসমত চাহ খোৱা প্ৰথা আৰম্ভ কৰাৰ উল্লেখ পোৱা নাযায়। আহোমসকল চাহ খোৱা দেশৰ পৰা আহিলেও আহোমসকলৰ দৈনন্দিন বা সাংস্কৃতিক জীৱনত চাহৰ স্থান কি আছিল জনা নাযায়। চি, এ, ব্ৰুচে উত্তৰ পূব অসমত চাহ গছ বিচাৰি যেতিয়া হাবিয়ে হাবিয়ে ঘূৰি ফুৰিছিল, তেতিয়া তেওঁ স্থানীয় দুই এজন মানুহক চাহৰ বিষয়েও সুধিছিল। তেওঁলোকৰ এজনে কৈছিল যে মাকুমৰ পৰা কছাৰী ৰজা চুকাই (চুকাফা ?) প্ৰথম চাহ গছ আনে; আৰু এই কথা আহোম বুৰঞ্জীত উল্লেখ কৰা কথা জনায়। কিন্তু এই আহোম বুৰঞ্জীখন ব্ৰুচে নাপালে। এই অঞ্চলত নিয়মীয়াকৈ শাৰী শাৰীকৈ ৰোৱা বহুতো চাহ গছ আবিস্কাৰ হয়। সেই কাৰণে এই অঞ্চলত বহুদিন আগৰে পৰা চাহৰ প্ৰচলন থকা বুলি ভবা হয়। কিং ডন ৱাৰ্ড নামৰ এজন প্ৰকৃতিবিদে মত দিছে যে চাহখোৱা মানুহবোৰে নতুন নতুন অঞ্চলত চাহ লৈ ঘূৰি ফুৰি থকা বাবে দক্ষিণপূৱ এচিয়াৰ বেলেগ অঞ্চলত চাহগছ বিয়পি পৰিল। অসমৰ উত্তৰ পূৱ সীমান্ত অঞ্চলত যিবোৰ চাহ অঞ্চল আবিস্কাৰ হয়, সেইবোৰ এইদৰে বিয়পি পৰে বুলি ৱাট আৰু মান নামৰ উদ্ভিদবিদে মত দিছে।

অসমৰ পাহাৰীয়া জনজাতিসকলে চাহ খোৱা প্ৰথাটো ১৮১৫ চনত সৰ্বপ্ৰথমে কৰ্ণেল লেটাৰছে লক্ষ্য কৰে। অসমত যে চাহ গছ থলুৱা হিছাপে হয় আৰু বৈজ্ঞানিক দৃষ্টি ভংগীৰ পৰা এই চাহগছ কোনে আবিষ্কাৰ কৰিলে এই লৈ ভাৰতৰ কৃষি আৰু উদ্যোগ সমিতিৰ আগত দুজন মানুহক লৈ যথেষ্ট



তৰ্ক-বিতৰ্কৰ সৃষ্টি হৈছিল। এওঁলোক হ'ল চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুচ আৰু লেফটেনেণ্ট চালটন, ছাৰ পাৰ্চিভেল গ্ৰিফিথে মত প্ৰকাশ কৰিছে যে চি, এ, ব্ৰুচৰ কথাই বেছি নিৰ্ভৰযোগ্য হ'ব।

১৮১৯ চনত ডেভিড স্কট যেতিয়া ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধি হিছাপে কোচ বিহাৰত কাম কৰেহি তেতিয়া অসমত চাহখেতিৰ সম্ভাৱনাৰ বিষয়ে ড: এন ৱালিছলৈ (ইষ্ট ইণ্ডিয়া কোম্পানীৰ উদ্ভিদ বিশেষজ্ঞ) চীন দেশীয় চাহৰ গছ আৰু গুটি ব্ৰহ্মপুত্ৰৰ পূৱ ফালে থকা পাহাৰীয়া অঞ্চলত পৰীক্ষা কৰি চাবলৈ খুজি পঠায়। কলিকতাৰ পৰা গছ পঠালে যদিও সেই গছ জীয়াই নাথাকিল, ইতিমধ্যে ব্ৰুচ ভাতৃদ্বয়ে চাহ সম্পৰ্কে অনুসন্ধান চলায়, মেজৰ ৰবাৰ্ট ব্ৰুচ এজন দু:সাহসী বেপাৰী আছিল আৰু তেওঁ বেপাৰ সংক্ৰান্তত উজনি অসমলৈ আহিছিল। ৰবাৰ্ট ব্ৰুচে পিচত ইষ্ট ইণ্ডিয়া কোম্পানীৰ অনুমতি অনুসৰি পুৰন্দৰ সিংহৰ প্ৰতিনিধি হিছাপে নিযুক্তি পালে। ১৮২৩ চনত ৰৰ্বাট ব্ৰুচে অসমত চাহ গছ থকাৰ কথা গম পালে। তেওঁ চিংফৌ মুখীয়াল এজনৰ লগত চাহগছ যোগান ধৰাৰ বিষয়ে এখন চুক্তি কৰিলে। ইতিমধ্যে চাহ গছ যোগান ধৰাৰ আগে মেজৰ ৰবাৰ্ট ব্ৰুচৰ ভায়েক চি, এ ব্ৰুচ আহি পালেহি।

চি, এ ব্ৰুচে চাহ সম্পৰ্কে তেওঁৰ যথেষ্ট জ্ঞান থকাৰ পৰিচয় দিছে আৰু এই প্ৰমাণ তেওঁ গভৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধিলৈ দিয়া চিঠিৰ পৰা ধৰিব পাৰি।

১৮২৩ চনত ব্ৰহ্মদেশৰ যুদ্ধ হোৱাত ডেভিদ স্কটৰ হৈ চি, এ, ব্ৰুচক যুঁজাৰু নাওঁ পৰিচালনা কৰিবলৈ আদেশ দিয়া হয়। শদিয়াত ককায়েক ৰৰ্বাট ব্ৰুচে যি ঠাইত চিংফৌ মুখীয়ালজনৰ লগত চাহ গছ যোগান ধৰাৰ বিষয়ে চুক্তি কৰিছিল সেই ঠাইতে তেওঁ থাকিব লগা হৈছিল।

চি, এ, ব্ৰুচে চিংফৌ মুখীয়ালজনৰ পৰা পোৱা চাহ গছ স্কটক দিয়ে। তাৰ কিছুমান স্কটে নিজে ৰোৱে আৰু কিছুমান ভাৰত চৰকাৰলৈ পঠায় আৰু কিছুমান এন, ৱালিচলৈ ১৮২৫ চনৰ জুন মাহৰ ২ তাৰিখৰ চিঠিৰে পঠায়।

ৱালিছে চাহৰ পাত আৰু গুটি দেখি প্ৰকৃত চাহ গছ বুলি নাভাবিলেও কেমেলিয়া শ্ৰেণীৰ বুলি ভাবিছিল। লে: চালষ্টনে, অসমত কাম কৰি থাকোতে কলিকতাত থকা কৃষি আৰু উদ্যান সমিতিলৈ চাহ গছ পঠায়। কিন্তু এই গছ বোৰেও চৰকাৰী বিশেষজ্ঞ সকলৰ পৰা চাহ বুলি স্বীকৃতি নাপালে। গছবোৰ পঠাওতে চাৰ্লটনে এইদৰে লিখিছিল।

"বৃটিছ অধিকৃত পূৰফালে অৱস্থিত ব্ৰহ্মদেশৰ সীমান্তৰ ওচৰত চাহ গছ পোৱা যায়। শদিয়াৰ কিছুমান মানুহ শুকান পাত পানীত দি খোৱা দেখা যায়; কিন্তু কোনো বিশেষ পদ্ধতিৰে এই চাহ তৈয়াৰ নকৰে যদিও সেউজীয়া অৱস্থাত পাতৰ কোনো গোন্ধ নাথাকে। অৱশ্যে শুকুৱাৰ পাছত চীন দেশীয় চাহৰ নিচিনা গোন্ধ পোৱা যায়। গছত ফুলো দেখা যায় আৰু এই ফুলবোৰ বনৰীয়া গোলাপ ফুলৰ দৰে; কিন্তু আকাৰত বৰ সৰু।"

১৮২৮ চনত লৰ্ড উইলিয়াম বেণ্টিঙ্ক যেতিয়া ভাৰতৰ গৰ্ডণৰ জেনেৰেল হয়, সেই সময়ত লণ্ডনত ৱাকাৰ নামৰ এজন দূৰদৰ্শীয়ে বেণ্টিংকক ভাৰতত চাহ খেতি কৰিবৰ বাবে এক প্ৰতিবেদন দিয়ে। ৱাকাৰৰ এই পৰামৰ্শ চীনদেশৰ লগত বেহা বেপাৰৰ অনিশ্চয়তা, চীনাসকলৰ অহংকাৰ আৰু বৃটিছ জনজীৱনত চাহৰ প্ৰয়োজনীয়তাৰ ওপৰত ভিত্তি কৰি দিয়া হয়। ৱালিচেও ৱাকাৰৰ প্ৰস্তাৱত সমৰ্থন জনায়। বেণ্টিঙ্কো এই প্ৰস্তাৱৰ প্ৰতি আকৃষ্ট হয় আৰু ১৮৩৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ১ তাৰিখে ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৭ জন বিষয়াৰে গঠিত এক সমিতি পাতি দিলে। এই বিষয়াসকলৰ মাজৰ তিনিজন কলিকতাৰ ব্যৱসায়ী ৱালিচ আৰু দুজন ভাৰতীয় আছিল। এই সমিতিয়ে ১৮৩৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৩ তাৰিখে প্ৰথমবাৰৰ বাবে মিলিত হৈ চাহ খেতি আৰম্ভ কৰাৰ প্ৰকৃত প্ৰস্তাৱ লোৱাৰ পৰা বিৰত থাকে। মেকিনটচ কোম্পানীৰ সচিব গৰ্ডণে এই প্ৰস্তাৱৰ প্ৰতি যথেষ্ট সন্দেহ প্ৰকাশ কৰিছে।

চাহ সমিতি গঠন হোৱাৰ আগে আগে ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা যিবোৰ চাহ গছৰ কথা জনা গৈছিল, সেই গছবোৰক ৱালিচ আৰু তেওঁৰ সহকাৰীসকলে প্ৰকৃত চাহ বুলি গণ্য কৰা নাছিল আৰু সেয়ে চাহ সমিতিয়ে চীন দেশৰ পৰা চাহ গছ আৰু গুটি অনাৰ বিষয়ে চিন্তা কৰিব লগা হৈছিল। চাহ সমিতিয়ে ১৮৩৪ চনৰ মাৰ্চ মাহৰ ৩ তাৰিখে এক বিজ্ঞপ্তিৰ (Circular) জৰিয়তে স্থানীয় কৰ্মচাৰীসকলক এই বিষয়ে খবৰ দিবলৈ অনুৰোধ কৰে। ১৮৩৪ চনত কেপ্তেইন এফ জেনকিন্স গভৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূৱ অঞ্চলৰ প্ৰতিনিধি হিছাপে নিযুক্তি পাই যোৰহাটৰ মুখ্য কাৰ্যালয়তে থাকে। তেওঁক অসমৰ অৰ্থনৈতিক প্ৰাচুৰ্যতাৰ সম্ভাৱনাৰ বিষয়ে জনাবলৈ কোৱা হয়। জেনকিন্স এজন চতুৰ আৰু দূৰদৃষ্টিসম্পন্ন ব্যক্তি আছিল। তেওঁ দুবছৰ আগৰে পৰা অসমৰ বিষয়ে অধ্যয়ন কৰি আছিল। তেওঁ চাহ সমিতিৰ বিজ্ঞপ্তিৰ প্ৰত্যুত্তৰ এই বুলি দিয়ে:



"......এই পাহাৰীয়া দেশখনৰ সকলো অঞ্চলতে কেমেলিয়া (চাহ) পোৱা যায়। আমাৰ নিয়ন্ত্ৰণাধীন চিংফৌ জিলাৰ বিছাত এক প্ৰকাৰ চাহ গছ আছে। মোক শদিয়াত এজোপা গছ দিছিল আৰু এই গছ প্ৰকৃত চাহগছ বুলি ভবাৰ কাৰণ আছে। এই গছজোপা কলিকতালৈ পৰীক্ষাৰ বাবে অনাৰ ইচ্ছা আছিল, কিন্তু এই গছজোপা বেমাৰী অৱস্থাত পোৱা বাবে আৰু যথেষ্ট গৰমৰ বাবে প্ৰেচিডেন্সিলৈ নিব নোৱাৰিলো। চাহ সমিতিৰ সন্তোষৰ বাবে দুই এজোপা গছ সংগ্ৰহৰ বাবে মই চেষ্টা কৰিম। যিয়ে নহওক উজনি অসমত যে চাহ বনৰীয়া হিছাপে পোৱা যায় তাত মোৰ অকণো সন্দেহ নাই। এই কামৰ বাবে কোনো অভিজ্ঞ লোকক অতি সোনকালে পঠাব লাগে। এইবিধ গছ চিনাক্ত কৰি কেনেকুৱা মাটিত উৎপন্ন হয় এই কথাও অভিজ্ঞ লোকজনে অধ্যয়ন কৰি ক'ব পাৰিব।

জেনকিন্স তেওঁৰ সহায়কাৰী চাৰ্লটনকো নিৰ্দেশনাখন দেখুৱালে আৰু চাৰ্লটনে অতি সোনকালে এই বুলি উত্তৰ দিয়ে:

"প্ৰায় তিনি বছৰৰ আগেয়ে বিচাৰ আশে পাশে থকা পাহাৰীয়া আৰু সমভূমি অঞ্চলৰ হাবিৰ মাজত চাহ গছ হোৱাৰ কথা মোক জনালে আৰু এই অঞ্চলৰ পৰাই তিনি-চাৰিজোপামান পুলি পালোঁ। এই পুলি কলিকতাৰ চৰকাৰী উদ্ভিদ উদ্যানত ৰুবৰ বাবে ড: জন টিটলাৰক দিয়া হ'ল। মই দুখীত যে মই গছজোপাৰ সম্পূৰ্ণ বিৱৰণ দিব নোৱাৰিলোঁ। কিন্তু মোৰ মনত পৰে পাতবোৰ দীঘলে প্ৰায় ২ ইঞ্চি আৰু বহলে ১ ইঞ্চি বিপৰীত, উপবৃত্তীয়, কাঁচিদৰীয়া ফুলবোৰ বগা, সৰু বনৰীয়া গোলাপ ফুলৰ নিচিনা। গুটি মই দেখা নাই; কিন্তু ই ৰঙা, ঘূৰণীয়া। তিনিখণ্ডৰ চোকোৰা এটা মাজত পোৱা যায়। প্ৰত্যেকটো খণ্ডতে এটাকৈ গুটি থাকে, ..... মোৰ এই বিষয়ে সন্দেহ নাই যে বিচাৰ ওচৰত পোৱা চাহগছ এবিধ চাহৰে জাতি (Species) যদিও ড: ৱালিচৰ মতে প্ৰকৃত চাহ নহ'লেও কেমেলিয়া হ'ব পাৰে, ইয়াত থলুৱাভাৱে যথেষ্ট পৰিমাণত হোৱা দেখা যায় আৰু চীন দেশৰ পৰা অনা চাহ গছৰ খেতি উজনি অসমত কৃতকাৰ্যতাৰে হোৱাৰ যথেষ্ট সম্ভাৱনা আছে। এই পাতবোৰ পৰীক্ষা কৰি চাবলৈ কোনো সুবিধা পোৱা নাই। সেউজীয়া অৱস্থাত ইয়াৰ কোনো গোন্ধ নাথাকে; কিন্তু শুকালে চীন দেশীয় চাহৰ দৰে সুগন্ধি হয়। চিংফৌ আৰু খামটিসকলৰ চাহ খোৱাৰ অভ্যাস আছে। অলপতে জনামতে পাতবোৰ ছিৰি সৰু সৰু কৰে, ডাল আৰু আঁহবোৰ বাদ দিয়ে; পানীত সিজায় আৰু পিছত চেপি বলৰ নিচিনা লাৰু কৰি ৰ'দত শুকুৱাই ভৱিষ্যত

ব্যৱহাৰৰ বাবে থৈ দিয়ে। মই এই ধৰণে তৈয়াৰ কৰা চাহ গছ আৰু গুটিৰ বাবে শদিয়ালৈ লিখিছোঁ। যদি মই সংগ্রহ কৰিব পাৰোঁ, তেন্তে আপোনালৈ কিছু পঠাম। এই বিষয়ে মই মাজে মাজে আপোনালৈ বিশদ ভাৱে জনাই থাকিম।"

ৱালিচ আৰু চাহ সমিতি শেষত সম্মত হয় আৰু এই বুলি মন্তব্য কৰে: "অৱশেষত আমি লেফটেনেণ্ট চার্লটনৰ পৰা শদিয়াৰ গছ আৰু গুটি সংগ্রহ কৰিব পাৰো।" তেওঁলোকে ৰেভিনিউ বিভাগলৈও এই বুলি জনায়: "এতিয়া আমি নিশ্চিত হৈ ক'ব পাৰো যে ই কেৱল প্রকৃত চাহেই নহয়, নি:সন্দেহে ই চীন দেশীয় চাহৰ নিচিনাই। চাহ সমিতিয়ে ১৮৩৪ চনৰ ২৪ ডিচেম্বৰ তাৰিখে এইদৰে জনায়:

"কোনো সন্দেহ নাই যে উজনি অসমত চাহ থলুৱা হিছাপে পোৱা যায়। শদিয়া আৰু বিচাৰ পৰা একেবাৰে চীন দেশৰ ইউনান প্রদেশৰ সীমালৈকে এই গছপাতৰ কাৰণে খেতি কৰা হয়। এই আবিস্কাৰৰ কথা ঘোষণাৰ কাৰণে কোনো দ্বিধা বোধ নকৰো আৰু এই আবিস্কাৰ কেপ্তেইন জেনকিন্স আৰু চার্লটনৰ আন্বেষণৰ কাৰণেহে সম্ভৱ হ'ল। আমি নিশ্চিত যে যি চাহ গছ আবিস্কৃত হৈছে ইয়াৰ যত্ন খেতি কৰিলে ব্যৱসায়িক দিশৰ পৰা কৃতকার্যতা লাভ কৰিব পৰা যাব আৰু যথেষ্ট পলম কৰাৰ আগতে আমাৰ কাম হাতত লোৱা উচিত।"

মন কৰিবলগীয়া কথা যে, ব্রুচ ভাতৃদ্বয়ে প্রায় দহ বছৰৰ আগেয়ে অসমত প্রকৃত চাহ গছ বুলি জনাইছিল যদিও তেওঁলোকে আবিস্কাৰ কৰা কোনো কথা চাহ সমিতিয়ে উল্লেখ নকৰিলে। এই ভুলৰ কাৰণে ১৮৪১ চনত কৃষি আৰু উদ্যান সমিতিৰ আগত যেতিয়া চার্লটনে নিজকে অসমৰ প্রথম চাহ আবিস্কাৰক বুলি কয় তেতিয়াই যথেষ্ট বিতর্কৰ সৃষ্টি হয়। চাহ সমিতিয়ে সিদ্ধান্ত লোৱাৰ কেইমাহমান আগতেই চাহ সমিতিৰ সভাপতি গর্ডণক চীন দেশলৈ চাহ গছ, গুটি আৰু চাহ সম্পর্কীয় জ্ঞান থকা মানুহ আনিবলৈ পঠায়। কিন্তু যেতিয়া চাহ সমিতিয়ে অসমত চাহ হোৱাৰ বিষয়ে নিশ্চিত হ'ল তেতিয়া গর্ডণক মাটি পঠালে। গর্ডণ কলিকতালৈ উভতি আহিল। চাহ সমিতিয়ে পুনৰ নতুন সিদ্ধান্ত ল'লে আৰু গর্ডণক পুনৰ চীন দেশলৈ গৈ চাহ খেতি আৰু চাহ প্রস্তুত কৰা কৰিকৰী জ্ঞান থকা লোক আনিবলৈ ক'লে। চাহ সমিতিয়ে অসমত চাহ গছ আবিষ্কাৰ হোৱাৰ বিষয়ে নিশ্চিত হৈ এখন বিজ্ঞান সমিতি গঠন কৰিলে। এই সমিতিত আছিল ৱালিচ, এম এলাণ্ড আৰু গ্রিফিট।



এওঁলোক অসমলৈ আহিছিল, চি, এ, ব্রুচক লেফটেনেণ্ট চার্লটনৰ তলত চাহ নার্চৰী তদাৰক কৰিবলৈ কোৱা হয়, এই বিজ্ঞানসম্মত দলটিয়ে ১৮৩৬ চনৰ জানুৱাৰীৰ মাহত কলিকতাৰ পৰা চাৰে চাৰিমাহ ভ্রমণৰ অন্তত শদিয়া আহি পায়। ব্রুচক থলুৱা জ্ঞান থকাৰ বাবে তেওঁলোকৰ লগ লগাই দিয়া হ'ল।

এই দলটিয়ে প্রণালীবদ্ধ ভাৱে চাহ গছ অনুসন্ধান কৰাত লাগি গ'ল। তেওঁলোকে মাটি পৰীক্ষা আৰু গুটি সংগ্রহ কৰিলে। অসমৰ বহু ঠাইত চাহ গছ পোৱা গ'ল। এই নতুন আবিষ্কাৰৰ বিষয়ে ১৮৩৬ চনত এচিয়াটিক জার্নেলতো প্রকাশ পালে। ভাৰত চৰকাৰেও ৱালিচৰ পৰামর্শ মতে হাবি অঞ্চলত কেইখনো চাহ বাগিছা খোলাৰ কথা বিবেচনা কৰিলে। তাৰ পিছত ১৮৩৬ চনৰ মে' মাহত চি, এ ব্রুচক চাহ বনাঞ্চলৰ অধীক্ষক হিছাপে মাহে ৪০০ টকা দৰমহাৰে নিযুক্তি দিয়া হ'ল।

## উওৰ-পূৱ সীমান্তত চাহগছৰ সন্ধানত চি, এ, ব্রুচ

চার্লচ আলেকজেণ্ডাৰ ব্রুচ ভাৰতবর্ষৰ চাহ শিল্পৰ পিতা(Father of Indian Tea Industry)। প্রায় ১৭০ বছৰৰ আগতে এই বৃটিছ চাহবজনে অসমৰ একেবাৰে পূৱ সীমান্তলৈ আহি, অসমৰ অটব্য অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰি নজনা নুশুনা এখন দেশত দুর্বোধ্য ভাষা কোৱা কিছুমান পাহাৰীয়া মানুহৰ মাজত কিদৰে চাহ গছ বিচাৰি ফুৰিছিল এই কথা ভাবিলে বিস্ময় মানিব লাগে। এফালে দুর্গম হাবি, বনৰীয়া জন্তুৰে ভৰপূৰ, বাট পথ নথকা জান-জুৰিৰে পৰিপূর্ণ নানা ধৰণৰ অচিন বেমাৰৰ বীজাণু, কীট-পতঙ্গৰ আবাস ভূমি, দেশত ৰাজনৈতিক অস্থিৰতা, মানব আক্রমণত অসমীয়া মানুহৰ অবর্ণনীয় দুর্দশা আৰু পলায়ন এনে এক বিপদ সঙ্কুল পৰিস্থিতিত নিজৰ জীৱন বিপন্ন কৰি ভাৰতবর্ষত চাহশিল্পৰ ভেটি স্থাপন কৰা ব্রুচৰ চাহ আবিষ্কাৰৰ কাহিনী ৰোমাঞ্চত আৰু কৌতুহলৰ তথ্যৰে ভৰা। বহুজন উদ্ভিদবিদেই জীৱন বিপন্ন কৰি হ'লেও নতুন নতুন উদ্ভিদৰ সন্ধানত আৰু নতুনক পোৱাৰ আনন্দত ওলাই যায়, আৰু এনে ধৰণৰ উদ্ভিদ আবিষ্কাৰৰ লগত নানা ধৰণৰ ৰোমাঞ্চকৰ কাহিনী পঢ়িবলৈ পোৱা যায়। কিন্তু চার্লচ আলেকজেণ্ডাৰ ব্রুচে বর্ণনা কৰা

নানা ধৰণৰ অভিজ্ঞতাৰ ৰোমাঞ্চকৰ কাহিনী পঢ়িবলৈ কমেই পোৱা যায়। বহুতে নানা উদ্ভিদ আবিষ্কাৰ কৰি বৈজ্ঞানিক তাৎপৰ্য আলোচনা কৰিছে। কিন্তু ব্ৰুচে আবিষ্কাৰ কৰা চাহ গছৰ ওপৰত ভিত্তি কৰি ইমান বিশাল উদ্যোগ গঢ়ি উঠা কাহিনী আৰু উদাহৰণ পাবলৈ নাই।

চি, এ, ব্ৰুচে নিজৰ ভাষাত তেৱেঁই হ'ল বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত শদিয়াৰ হাবি ভাঙি চাহ গছৰ সন্ধান কৰা, মাটি, ফল আৰু ফুলৰ নমুনা সংগ্ৰহ আবিষ্কাস্কাৰ কৰা প্ৰথম ইউৰোপীয় (Was the first European who ever penetrated the forest and visited tea tracts in British Suddiya and brought away specimens of earth fruit and flaoers and the first who discovered numerous other tracts) ১৮৩৪ চনত হোৱা চাহ সমিতিয়ে যেতিয়া অসমত চাহ গছ আবিষ্কাৰৰ বিষয়ে নিশ্চিত হৈ বিজ্ঞানসম্মত দলটি পঠালে, তেতিয়া সেই দলটিক সহায় কৰিবলৈ চি,এ,ব্ৰুছক কোৱা হয়। এই দলটিয়ে অসমৰ বিভিন্ন ঠাইত চাহগছ আবিষ্কাৰ কৰে আৰু এই বিষয়ে ১৮৩৬ চনত এচিয়াটিক জাৰ্নেলত প্ৰকাশ কৰা হয়। চাহ খেতিৰ বাবে উপযোগী অঞ্চলবোৰ সাধাৰণতে অৰ্দ্ধস্বাধীনমুখীয়াল সকলৰ হাতত আছিল আৰু এওঁলোকৰ চাহখেতিৰ আঁচনিৰ প্ৰতিও আছিল মিশ্ৰিত সমৰ্থন। ৰজা পুৰন্দৰ সিংহৰ মতৰ বিষয়ে এইদৰে পোৱা যায়: "গাভৰু পাহাৰটো চৰকাৰক দিবলৈ দ্বিধাবোধ কৰা নাই; কিন্তু পাহাৰটোৰ আধা অংশ নিজে ৰাখিব খোজে- যাতে তেওঁ চাহখেতি কৰিব পাৰে। আৰু চৰকাৰী অধীক্ষক আৰু পৰিদৰ্শকসকলে তেওঁৰ মানুহক চাহ গছ পালন কৰা আৰু বনুৱা সকলক চাহ তৈয়াৰ কৰা পদ্ধতি শিকাব লাগে।"

চৰকাৰৰ বাবে এই প্ৰস্তাৱ গ্ৰহণযোগ্য আছিল। অন্য মুখীয়ালসকলে এই ক্ষেত্ৰত সহযোগিতা কৰা নাছিল আৰু তেওঁলোকৰ লগত এই বিষয়ে যোগাযোগ কৰাটো কিমান কষ্টকৰ আছিল, চাহ সমিতিয়ে ১৮৩৭ চনৰ ৭ আগষ্টৰ গৱৰ্ণৰ জেনেৰেলৰ চেক্ৰেটাৰীলৈ দিয়া চিঠিৰ পৰা ধৰিব পাৰি। এই বৰ্ণনামতে, ব্ৰুচে বাৰিষাকালত চিংফৌ ৰাজ্যৰ হাবিয়ে হাবিয়ে নানা বিপদ বিঘিনি আৰু কষ্ট স্বীকাৰ কৰি ব্ৰহ্মপুত্ৰৰ দক্ষিণফালে বিৰালা কুম, টেঙা পানী, বুঢ়ীদিহিং নদীৰ সিপাৰে গৈ জুলাই মাহৰ আগছোৱাত উভতি আহে। ব্ৰুচে অসাধাৰণ প্ৰতিভাৰ বলতেই এই সভ্যতাৰ পোহৰ নোপোৱা মানুহসকলৰ লগত মিলিব পাৰিছিল। তেওঁৰ লগত মাত্ৰ তিনিজন মানুহ নিছিল। কুজি পোৱাৰ আগতে ডিব্ৰু নদীৰ পাৰৰ যি ঠাইত ড: ব্ৰালিচে (বিজ্ঞান সমিতিৰ



সদস্য) চাহ গছ পাইছিল, সেই ঠাইতে ব্ৰুচে তাৰ গামক লগ ধৰে আৰু চাহৰ বিষয়ে জানিবলৈ বিচাৰে। গামে ওচৰে-পাজৰে চাহ গছ হোৱাৰ কথা অস্বীকাৰ কৰে। ব্ৰুচে গামক মিঠা কথাৰে অলপ কানি উপহাৰ দিয়ে। আৰু পিছদিনা গামে তেওঁৰ ঘৰৰ ওচৰত থকা চাহ অঞ্চলৰ কথা জনায় আৰু অঞ্চলটো সোনকালে পৰিস্কাৰ কৰায়। তাৰ পিছত ব্ৰুচ বুঢ়িদিহিং নদীৰ কাষৰ নিংগ্ৰীউলৈ যায়। সেইঠাইৰ গামজন অতি ভদ্ৰ আছিল; কিন্তু ওচৰে পাজৰে চাহ হোৱা কথা তেওঁ স্বীকাৰ কৰিছিল। ব্ৰুচে তেওঁলোকৰ আগত লেপেটা খাই বহিল, অলপ কানি উপহাৰ দিয়ে, চিংফৌ পাইপ হুপিলে আৰু মুখীয়ালজনক "বৰ ককাইদেউ" বুলি সম্বোধন কৰি সুধিলে যে যদি তেওঁৰ কথা কমিচনাৰ চাহাবক জনায়, তেওঁ কমিচনাৰৰ পৰা কি বিচাৰে ? মুখীয়ালজনে ব্ৰুচৰ দুনলীয়া বন্দুকটো লৈ কমিচনাৰক তেনেকুৱা বন্দুক এটা দিবলৈ ক'লে, কিয়নো কমিচনাৰ ইতিমধ্যে টাও আৰু বুঢ়াগোহাঁইক বন্দুক উপহাৰ দিয়া কথা জানে। ব্ৰুচে গামক জনালে যে সেইসকল মুখীয়ালে চৰকাৰক সেৱা কৰাৰ কাৰণেই উপহাৰ দিছে। যদি গামে চৰকাৰক সহায় কৰিবলৈ সন্মত হয়, তেন্তে ব্ৰুচে গামৰ হৈ চৰকাৰলৈ আবেদন কৰিব। ব্ৰুচে এই কথাৰে গামৰ পৰা জানিব পাৰিলে যে বুঢ়ী দিহিং নদীৰ নামনিৰ জাগুন্দুত চাহ পোৱা যায়। ব্ৰুচে চিংফৌ সকলৰ সহায়ত সাধাৰণ নাঁও এখনেৰে তালৈ অহিল। ব্ৰুচে এই অঞ্চলৰ হাবিত লতা গছেৰে ঘেৰি থকা চাহ গছবোৰ চাফা কৰিবলৈ ক'লে। ব্ৰুচে এই চাহ গছৰ পাতেৰে চাহ তৈয়াৰ কৰিলে আৰু লগত অনা চীন দেশীয় চাহৰ সৈতে তুলনা কৰি চালে। গামে তেওঁৰ চাহৰ সমকক্ষ নহয় বুলি মত দিয়ে। এই কামত ব্ৰুচে কুৰি টকা খৰচ কৰিছিল আৰু হাবি চাফা হ'লে আৰু কুৰি টকা দিব বুলিও কৈছিল।

নিংগ্ৰিউলৈ উভতি আহি ব্ৰুচে দেখিলে যে চাহ গছবোৰ ৰাখি অন্য গছ চাফা কৰা হৈছে। ব্ৰুচে তেওঁলোককো টকা দিয়ে আৰু জাগুন্দুত দিয়াৰ নিচিনাকৈ আৰু টকা দিয়াৰ প্ৰতিশ্ৰুতি দিলে। ব্ৰুচে আৰু অলপ কানি দিয়ে, মিঠা কথা কয় আৰু শেষত গামে ফাকিয়াল আৰু বৰ ফাকিয়াল নামৰ অঞ্চলত চাহ থকাৰ কথা জনায়।

ব্ৰুচে এইদৰে কেনেকৈ চাহ গছ বিচাৰি ফুৰিছিল এই কথা ১৮৩৬ চনৰ এক অক্টোবৰৰ বৰ্ণনাৰ পৰা বুজিব পাৰি:

"ৰঙা গড়া পোৱাৰ লগে লগে ৰজা বুঢ়া সেনাপতিক লগ ধৰো আৰু টিংৰাইলৈ চাহ বিচাৰি যাবলৈ এটা হাতী আৰু দুটামান বনুৱা বিচাৰো। তেওঁ

নম্র কিন্তু গেবোগেটোকৈহে মানুহ আৰু হাতী দিয়ে। অলপ পিছতে তেওঁ কয় যে তেওঁ গা ধুবলৈ যাব আৰু কিবা অলপ খাব। মই ইঙ্গিত পোৱাৰ লগে লগে চাহ বিচাৰি ওলাওঁ। টিংৰাইত মই সম্ভৱপৰ সকলো খবৰ লওঁ। মোক চাবলৈ গাঁৱৰ মানুহবোৰ গোট খাইছিল। মাজনিশালৈকে মই মাটিত ধানৰ খেৰৰ বিছনাত শুব পৰা নাছিলোঁ। কিন্তু মই এক চাহ অঞ্চলৰ পৰা অন্য চাহ অঞ্চল আবিষ্কাৰ কৰি কৃতকাৰ্য হৈছিলো। মোক কোনো খবৰ দিবলৈ তীব্ৰভাৱে মানা কৰা হৈছিল যদিও মই এওঁলোকক বুজাইছিলো যে মই তেওঁলোকক চাহ খেতি আৰু চাহ প্ৰস্তুত প্ৰণালী শিকাই তেওঁলোকৰ দেশখন চহকী কৰিব খুজিছো। কিন্তু এওঁলোকৰ কোনেও মোক বিশ্বাস কৰা নাছিল। মই চাহৰ গুটি সংগ্ৰহ কৰি টিংৰাইলৈ উভতি আহো আৰু ৰজাক লগ ধৰো। ৰজাক মই চাহ খেতি কৰাৰ বিষয়ে বুজাওঁ যে, এই খেতিৰ ফলত তেওঁৰ দেশৰ উপকাৰ হ'ব। তেতিয়া তেওঁ ক'লে যে, যি যি ঠাইত চাহ হয়, সেই সকলোবোৰ অঞ্চল বিচাৰি উলিয়াব। সকলোকে চাহ খেতি কৰিবলৈ ক'ব। অৱশ্যে মই তেওঁক এই বিষয়ে সকলো কথা শিকাব লাগিব।"

ব্ৰুচৰ বৰ্ণনাটো মানৱীয় আবেদনেৰে শেষ হয়। অসমত কৃতকাৰ্যতা লাভ কৰা এটা বিপদসঙ্কুল কথা। আৰু ব্ৰুচ যিহেতু এজন সংসাৰী মানুহ, সেয়ে তেওঁ আবেদন কৰে যে "যিহেতু মই সকলো ধৰণৰ বতৰত কাম কৰিব লগা হৈছে, এনেকুৱা অস্বাস্থ্যকৰ হাবিৰ মাজত যদি মই কোনো অচিনাক্ত বেমাৰত মৰিব লগা হয়, তেনেহ'লে চৰকাৰে দয়া কৰি মোৰ পৰিয়ালৰ বাবে কিবা ব্যৱস্থা ৰাখে যেন। যিহেতু মই এজন কোনো চুক্তি নোহোৱা চাকৰিয়াল।"

চিংফৌসকলে কি দৰে চাহ তৈয়াৰ কৰিছিল তাৰ ঐতিহাসিক বৰ্ণনা তলত উল্লেখ কৰা হ'ল:

" প্ৰথমতে কুমলীয়া আৰু কোমল পাতবোৰ সংগ্ৰহ কৰা হয়। কিন্তু প্ৰচুৰ পৰিমাণৰ পাত ছিঙিব লগা হ'লে বহু সংখ্যক মানুহৰ প্ৰয়োজন হয়। তৰ্জনি আৰু বুঢ়া আঙুলিৰে ডালৰ মিহি অংশত লাগি থকা ৪ টা বা ৪টাতকৈ অধিক পাত থাকিলেও, অধিক হ'লে ছিঙা হয়। পিছত এই ছিঙা পাতবোৰ চাহ তৈয়াৰ কৰা ঠাইলৈ লৈ অহা হয়। এই পাতবোৰ ডাঙৰ ঘূৰণীয়া বাহৰ সেৰেঙা খৰাহীত থোৱা হয়। পাতবোৰ খৰাহীত ডাঠকৈ মেলি দিয়া হয় আৰু পিছত বাহেৰে সজা সাঁচত মেলি দিয়া হয়। এইবোৰ মাটিৰ পৰা ২ ফুট ওখ খুটাৰ ওপৰত দিয়া হয়। পাতেৰে সৈতে খৰাহীবোৰ ৰ'দত দিয়া হয়।



এই পাতবোৰ এডাল দীঘল বাহৰ আগত ঘূৰণীয়া কাঠ লগাই মাজে মাজে লৰাই দিয়া হয় আৰু প্ৰায় দুঘণ্টা ৰ'দত শুকোৱা হয়, এই শুকোৱাটো অৱশ্যে ৰ'দৰ তাপৰ ওপৰতহে নিৰ্ভৰ কৰে। ইয়াৰ পিছত মানুহে পাতবোৰ দুয়োখন হাতৰ মাজত লৈ আঙুলিৰে হেঁচি কোমল কৰে, ওপৰলৈ দলিয়াই দি পুনৰ খৰাহীত পৰিবলৈ দিয়ে। এইদৰে ৫ৰ পৰা ১০ মিনিটলৈ কৰে। খৰাহীবোৰ পুনৰ সাঁচত আধা ঘণ্টাৰ বাবে থোৱা হয় আৰু ঠিক আগৰদৰেই হাতত লৈ কোমল কৰে। এইদৰে তিনিবাৰ কৰা হয় যাতে পাতবোৰ চুবলৈ কোমল হয়। এনে অৱস্থাত চাহ ক'লা হৈ পৰে আৰু তিতা তিতা গোন্ধায়। এই চাহবোৰ পিছত থালত গৰম কৰা হয়।"

চি, এ ব্ৰুচে ১৮৩৯ চনৰ জুনলৈকে ১২০ টা চাহৰ অঞ্চল আবিষ্কাৰ কৰাৰ কথা এচিয়াটিক চচাইটিৰ জাৰ্নেলত প্ৰকাশ পাইছে। ব্ৰুচে এই আবিষ্কাৰৰ কাৰণে কিমান কষ্ট কৰিব লগা হৈছিল তাক ১৮৩৯ চনৰ ১০ জুনৰ জাৰ্নেলত এইদৰে প্ৰকাশ কৰিছে:

"যোৱা বছৰ জয়পুৰৰ পিছফালে থকা পাহাৰবোৰ এখন পাহাৰত প্ৰায় ৩০০ ফুট ওখ অঞ্চল এটাত চাহ গছ পাওঁ। এই অঞ্চলটো প্ৰায় দুই বা তিনি মাইললৈ দীঘল। প্ৰকৃততে ই ক'ত শেষ হৈছে মই দেখা পোৱা নাছিলো। চাহ গছবোৰ অতি ডাঙৰ, চাহ গুটিবোৰ (আগেয়ে দেখাত কৈ সৰু) মিহি আৰু সজীৱ। মাটি গুটিৰে ভৰি আছে। এইয়া নৱেম্বৰ মাহৰ কথা। গছত যথেষ্ট ফুল আৰু গুটি দেখা গৈছিল। মই পোৱা আটাইতকৈ ডাঙৰ গছডাল বহলে ২ ঘন ফুট আৰু ওখই ৪০ ঘন ফুট। পাহাৰৰ নামনি অঞ্চলত আৰু এটুকুৰা চাহ অঞ্চল পাওঁ।

কিন্তু এই ঠাইবোৰ উদঘাটন কৰিবলৈ সময় পোৱা হ'লে মই নিসন্দেহে ক'ব পাৰো যে নগা পাহাৰৰ বহু অঞ্চল চাহ গছেৰে ভৰি আছে।

যেতিয়া মই দক্ষিণ পশ্চিম অঞ্চললৈ আগুৱাই যাওঁ, গাভৰু পাহাৰ পোৱাৰ আগে আগে পূব ফালে আৰু এক চাহ অঞ্চল পাওঁ। এই পাহাৰৰ চাহগছৰ ফুলবোৰ অন্য চাহ ফুলৰ বিপৰীতে ভাল গোন্ধ থকা, কিন্তু পাত আৰু ফুল দেখাত অন্য চাহৰ দৰেই। এই অঞ্চল চাহ উদ্যোগৰ বাবে উপযুক্ত স্থান হ'ব। অঞ্চলটো জনবসতিপূৰ্ণ। যথেষ্ট খাদ্য সামগ্ৰীৰ পয়োভৰ আৰু হাজিৰাও কম। প্ৰায় দুঘণ্টা খোজ কঢ়াৰ পিছতে জাঁজী নামৰ সৰু নদী এখন পোৱা যায় আৰু মোক কোৱা মতে এই নদীখনেৰে সৰু নাৱেৰে গোটেই বছৰ ধৰি নাওঁ চলাচল কৰিব পাৰে। এই নদীয়েদি সহজে চাহ, নামনি অঞ্চললৈ

বহন কৰিব পৰা যাব। এই অঞ্চল উজনি অসমৰ ৰাজধানী যোৰহাটৰ পৰা এদিনৰ এবেলাৰ বাট। গাভৰু পৰ্বতৰ (প্ৰায় দুদিনৰ পথ) দক্ষিণ পশ্চিমে পাহাৰৰ নামনি অঞ্চলত এখন গাঁও আছে আৰু নৰা নামৰ চান বংশৰ এক জাতি আছে বুলি মোৰ বিশ্বাস। এওঁলোক চাহেৰে ভৰি থকা পূব ফালৰ পৰা অহা লোক। তেওঁলোকৰ লগতো যথেষ্ট আলোচনা কৰিছোঁ। গাঁৱৰ আটাইতকৈ বয়োবৃদ্ধ মানুহজন (গাঁওখনৰ মুখীয়ালেও) মোক কোৱা মতে যেতিয়া তেওঁৰ বাপেক ডেকা আছিল, তেতিয়া তেওঁ আৰু অইন বহুতো মানুহ মাকুমত অনবৰত অশান্তি হৈ থকা বাবে জয়পুৰৰ বিপৰীতে থকা টিপামলৈ গুচি আহে। তেওঁলোকে লগত চাহ গছো লৈ আহে আৰু টিপাম পাহাৰত ৰোৱে। যেতিয়া তেওঁ ১৬ বছৰীয়া, তেতিয়া যুদ্ধ আৰু অশান্তিৰ বাবে টিপাম এৰিবলৈ বাধ্য হয় আৰু বৰ্তমান থকা ঠাইত আশ্ৰয় লয়হি। মানুহজনে কোৱামতে এতিয়া তেওঁৰ বয়স ৮০ বছৰ। তেওঁৰ দেউতাকৰো যথেষ্ট বুঢ়া বয়সত মৃত্যু হয়। এই গল্পটো কিমান সঁচা মই ক'ব নোৱাৰো। কিন্তু এই বুঢ়াজনে কথাবোৰ সাজি কোৱাৰ কোনো কাৰণ নেদেখো। এই ৰাজ্যখনত ঘূৰি ফুৰোঁতে এজন আহোমৰ বাহিৰে মাত্ৰ এই মানুহজনকহে লগ পাওঁ যিজনে মোক চাহৰ বিষয়ে কব পাৰিছে। আহোমজনে কোৱামতে অসমৰ প্ৰথম কছাৰী ৰজা চুকাই মাকুমৰ পৰা চাহ গছ আনে আৰু এই কথা তেওঁৰ পুথি বা বুৰঞ্জীত লিখা আছে। এই আহোম পুথিখন অৱশ্যে মই পোৱা নাই; কিন্তু মই ইয়াকে জানো যে, বুঢ়া মানুহজনে কোৱামতে এই চাহ টিপামৰ পৰাই যে আনিছিল এই কথা সত্য। কিয়নো মই অতি ঘনকৈ হোৱা চাহ অঞ্চল এটা চাফা কৰিছো। যিটো অঞ্চল পাহাৰৰ নামনিৰ পৰা ওপৰলৈকে প্ৰায় ৩০০ গজ বহল আৰু ৩০০ গজ দীঘল ঠাই আগুৰি আছিল। বুঢ়া মানুহজনে কোৱামতে তেওঁৰ বাপেকে তিনিবছৰ মূৰে মূৰে গছবোৰ কাটে যাতে তেওঁ কুমলীয়া পাত পায়।"

চাহ সমিতিয়ে ১৮৩৮ চনৰ মাৰ্চ মাহত ১২ টা চাহৰ বাকচ লণ্ডনলৈ পঠায়। এই নমুনাসমূহে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। ১৮৩৯ চনত এই চাহ নীলাম কৰা হয় আৰু এই চাহে গণ্যমান্য ব্ৰকাৰছ (দালাল) ব্যক্তিৰ, কৰ্পৰেচন টাউন আৰু বিজ্ঞান সমিতিৰ পৰা উপযুক্ত সহাঁৰি পায়।

অসমৰ মাটি আৰু জলবায়ু চাহ খেতিৰ বাবে উপযুক্ত বুলি বিবেচিত হৈ পৰাত অসমৰ বেলেগ বেলেগ অঞ্চলত তথাকথিত বনৰীয়া চাহ গছৰ গুটিৰে চাহখেতি আৰম্ভ হয়। ভাৰতলৈ প্ৰথম চীন দেশৰ পৰা যেতিয়া চাহ গছ অনা হয় সেই সময়ত চাহ খেতিৰ লগত সম্পৰ্ক থকা লোকসকলে ভাৱিছিল



যে, মাত্ৰ চীন দেশীয় চাহ গছেৰেহে উৎকৃষ্ট চাহ পাব পাৰি আৰু অসমীয়া চাহে চীন দেশীয় চাহৰ লগত ফেৰ মাৰিব নোৱাৰিব। কিন্তু অসমৰ থলুৱা চাহে চীন দেশীয় চাহৰ সমানে উচ্চ মানবিশিষ্ট বুলি ফেৰ মাৰিব পৰা হ'ল।

চাহপাত তোলাৰ কাৰণে বা গছৰ পৰা কেনেকৈ চাহপাত ছিঙিব লাগে, এই বিষয়ে স্থানীয় মানুহক শিকাবলৈ চীন দেশৰ পৰা মানুহ অনা হৈছিল চি, এ, ব্ৰুচে ১৮৩৯ চনত এই বিষয়ে এই বুলি বৰ্ণনা কৰিছে—

"সেউজীয়া চাহ বা ক'লা চাহ যদিও একেডাল গছৰ পাতৰ পৰা প্ৰস্তুত কৰিব পাৰি, তথাপি চাহপাত ছিঙাৰ পদ্ধতি বেলেগ। সেউজীয়া চাহ আৰু কলা চাহ কেৱল তৈয়াৰ কৰা পদ্ধতিৰ ওপৰতহে নিৰ্ভৰ কৰে। সেউজীয়া চাহখিনি ১ টা সৰু পাচিত লোৱা হয়। প্ৰত্যেকটো পাচিৰ ডিঙিত একোডালকৈ এনেদৰে মেৰিয়াই লোৱা হয় যাতে পাচিটো বুকুত পৰে। চাহপাত ছিঙোতাজনে এহাতেৰে গছৰ গাত ধৰে আৰু আনখন হাতেৰে এটা এটাকৈ পাত ছিঙে, পাত ছিঙোতে ঠাৰিডাল অলপ এৰি অহা হয় যাতে অৰপৰা পুনৰ কুমলীয়া পাত ওলাব পাৰে।

"ক'লা চাহ তৈয়াৰ কৰা মানুহে বৰ খৰকৈ পাত ছিঙে চাহ ছিঙোতে কেৱল তৰ্জনি আৰু বুঢ়া আঙুলি ব্যৱহাৰ কৰে আৰু ছিঙা চাহ তলুৱাত সংগ্ৰহ কৰি থয়। যেতিয়া হাতখন চাহপাতেৰে ভৰি পৰে তেতিয়া চাহ থোৱা পাচিত দলিয়াই থয়। ইমান খৰকৈ পাত ছিঙা হয় যে শিকোতে জনে কেনেকৈ ছিঙে আৰু কেনেকুৱা পাত ছিঙিব লাগে তাক ধৰিব নোৱাৰে। মাত্ৰ ইয়াকেই ধৰিব পাৰে যে ছিঙা মানুহ জনৰ হাত দুয়োখন কেৱল ইফাল সিফাল কৰিহে আছে। অতি দ্ৰুত গতিত তেওঁৰ হাতত চাহ পাতেৰে ভৰি পৰে আৰু ছিঙা চাহ পাচিত পৰেগৈ।

আমাৰ বনুৱাবোৰে সেউজীয়া চাহ ছিঙা চীন দেশীয় মানুহজনৰ দৰে এহাতে এডাল ডাল ধৰে আৰু আনখন হাতেৰে অতি লাহে লাহে প্ৰয়োজনীয় চাহপাত এটাৰ পিছত এটাকৈ ছিঙে। ফলত যথেষ্ট সময় নষ্ট আৰু যথেষ্ট মানুহৰ প্ৰয়োজন হয়।"

অসমত থলুৱা শ্ৰমিকৰ অভাৱৰ বাবে ব্ৰুচে যথেষ্ট অসুবিধাত পৰিছিল। সেই সময়ত অসমৰ সেৰেঙা জনসংখ্যা আৰু শ্ৰমিক শ্ৰেণীৰ মানুহবোৰ কানি হুপি কানিয়া হৈ পৰাত শ্ৰমিক হিছাপে কাম কৰাত উপযুক্ত নাছিল ইংৰাজ চাহ খেতিয়কসকলে আৰম্ভণিতে অসমীয়া বনুৱা কৰ্মচাৰীৰে বাগিছা খুলিছিল, কিন্তু অসমীয়া মানুহৰ আত্মসন্মানবোধে চাহাবসকলক বেছ আহুকাল দিছিল।

ইয়াৰ উপৰিও অসমীয়া মাইকী মানুহে যে বাগিছাত কাম কৰিব নাহে এই কথা ব্ৰুচে ভালদৰে জানিছিল। সেয়ে ব্ৰুচে উৎকৃষ্ট শ্ৰমিক জাতিৰ যিয়ে নিজে কাম কৰাৰ উপৰিও মাইকী মানুহ আৰু ল'ৰা-ছোৱালীবোৰেও নিজে নিজে সেই কাম কৰিব তেনে জাতিৰ শ্ৰমিক আমদানি কৰিবলৈ পৰামৰ্শ দিয়ে। ব্ৰুচে এইটোও কয় যে যেতিয়াই কেইহাজাৰ মান বনুৱা আমদানি কৰা হ'ব, তেতিয়াই বংগদেশৰ পৰা নিজে নিজে মানুহ আহিব ধৰিব। বংগদেশৰ পৰা ধাৰাসাৰে মানুহ আহিলে অসমীয়া ভাষা সোনকালেই নিৰ্মূল হৈ যাব। যিটো সময়ত মানে অসম দেশ লণ্ডভণ্ড কৰিছিল, অসমীয়া মানুহ প্ৰাণৰক্ষাৰ্থে পলাব লগা হৈছিল, সেই সময়ৰ এক অন্ধকাৰ যুগত অস্বাস্থ্যকৰ পৰিবেশত বেকনে কোৱাৰ দৰে ''for his delight and profit''ৰ উদ্দেশ্য লৈ যেন ব্ৰুচে চাহ আৱিষ্কাৰ আৰু চাহ উদ্যোগৰ ভেটি স্থাপন কৰি চীনদেশৰ গৰ্ব, অহংকাৰ ধ্বংস কৰা আৰু ইংলেণ্ডক চহকী কৰা ব্ৰুচৰ সপোন বাস্তৱত পৰিণত হ'ল। ব্ৰুচ পৰিয়ালসহ ইংলেণ্ডলৈ উলটি নগ'ল। ১৮৭১ চনৰ ২৩ এপ্ৰিল তাৰিখে তেখেতৰ তেজপুৰত মৃত্যু হয়, তেখেতৰ ভাগি ছিগি যোৱা এপিটাফত লিখা আছে।

CHARLES ALEXANDER BRUCE

Born 11 th January 1793 Died 23rd April 1871

The First Explorer of tea tracts in this province and discoverer of the Indegenous tea plant in Assam who was appointed Superintendent of tea culture under the govt of India.

Until the industry was adapted due to the Success of first missionary efforts in Assam of which course he was a life-long and liberal supporter.

ব্ৰুচৰ চাহ অন্বেষণৰ বুৰঞ্জী যেনেকৈ ভাল লগা, কৌতুহলপূৰ্ণ, দুঃসাহসিক ঠিক সেইদৰে বিজ্ঞান সমিতিৰ সভ্য উদ্ভিদ বিজ্ঞানী উইলিয়ম গ্ৰিফিটৰ ব্যক্তিগত টোকা আৰু অভিজ্ঞতাৰ লিপিবদ্ধ কাহিনীসমূহো বেচ আমোদজনক। সেই সময়তেই এই চাহাব সকলে এই দুৰ্গম জংঘলময় দেশত বহুতো উদ্ভিদ আৰু মোক পতংগৰ বৈশিষ্ট্য বৈজ্ঞানীক দৃষ্টিভংগীৰে লিখি থৈ গৈছে। তেওঁলোকে কিদৰে দিনৰ পিছত দিন, মাইলৰ পিছত মাইল খোজ কাঢ়ি, নাঁওৰে নানা নদ-নদী, জান-জুৰি, ফুৰি চাহগছৰ অনুসন্ধান কৰিছিল, ভাবিলে আচৰিত



হ'ব লাগে। এনে কঠোৰ কামৰ বাবে কিন্তু তেওঁলোকৰ ভালপোৱা নিজা আহাৰ আৰু পানী নাছিল, যতেই যি পাইছিল, তাকেই খাই জীয়াই আছিল। তেওঁলোকৰ লগত থকা থলুৱা লোকসকলে চৰাই আৰু আন জন্তু মাৰি খুৱাইছিল। চাহাবসকলে তেওঁলোকৰ লগত নিমখ লৈ আহিছিল। থলুৱা লোকসকলে নিমখ ক'ত পায় চাহাব সকলক সুধিছিল, আৰু নিমখ দিলে চাহগছ বিচাৰি দিয়াৰ কথাও কৈছিল।

চাহখেতি কৰিবলৈ সেই সুদূৰ অতীতত ইংলেণ্ডৰ লণ্ডনৰ পৰা মাদাগাস্কাৰ, বিস্কে উপসাগৰ, ভূমধ্য সাগৰ পাৰ হৈ পৰ্ট চৈয়দ, লোহিত সাগৰ, এডেন, কৰাচি, কলম্বো আৰু শেষত কলিকতাৰ পৰা নাঁৱেৰে ডিব্ৰুগড় আদি চাহ কেন্দ্ৰসমূহলৈ অহা দীঘলীয়া ভ্ৰমণ বৃত্তান্তসমূহ পঢ়িবলৈ বেচ আমোদজনক, এই সাগৰ যাত্ৰাসমূহ সদায় ভালে ভালে শেষ হৈ লক্ষ্যস্থান পোৱা নাছিল। সাগৰত জাহাজ ডুবি বহুতৰ মৃত্যু হৈছিল। অসমৰ চাহ বাগিছা কিছুমানৰ মৰিশালিৰ কবৰখানাৰ এপিটাফত এনে কথা লিখা দেখা যায়। উদাহৰণ স্বৰূপে:

In loving memory of James Morbough Huthman....

For many years Superintendent of the Jorehut Tea Company, Limited Who died on board the P & O. S. S. 'Malta' on tthe 16 th September 1899 aged 55 years and was burried at sea.

অসমলৈ বাগিচা খুলিবলৈ অহা এই চাহাবসকলে তেওঁলোকে নাওঁ, বাঁহ-খেৰেৰে সজা সৰু পঁজাত বাস কৰিছিল। চাহৰ অফিচ, কাৰ্যালয় আদি নাওঁ বা এনে ধৰণৰ ঘৰতে আৰম্ভ কৰিছিল। এনে ধৰণৰ ঘৰৰ চাৰিওফালে আছিল অটব্য-অৰণ্য, বাঘ-হাতীৰ পৰা আছিল মুহূৰ্তে মুহূৰ্তে বিপদ, আৰু নানা ধৰণৰ বেমাৰৰ বীজাণু, যাৰ চিকিৎসা ব্যৱস্থা নাছিল।

অসমৰ চাহশিল্পৰ আৰম্ভণিৰ আদি কথা গাৰ নোম সিঁয়ৰা দুঃসাহসিক কাহিনী, ত্যাগ, কষ্ট, মৃত্যু, আত্মহত্যা, কৌতুহল আৰু উত্তেজনাৰ সঁচা কথাৰে ভৰা,

## 'অৰুণোদই' আৰু চাহ সংবাদ

অসমৰ বুকুত চাহগছৰ আৱিষ্কাৰ যিদৰে এক ঐতিহাসিক ঘটনা ঠিক সেইদৰে অসমলৈ মিছনেৰীসকলৰ আগমণৰ ঘটনাও অসমীয়া জাতিৰ বাবে

এক ঐতিহাসিক ঘটনা। চাহগছৰ আবিষ্কাৰ কৰোঁতা ব্ৰুচ চাহাবে প্ৰথমতে খৃষ্টধৰ্ম প্ৰচাৰৰ বাবে লাগিছিল; কিন্তু পিছলৈ তেওঁ চাহশিল্প বিকাশৰ বাবে নিজকে সম্পূৰ্ণ মনোনিবেশ কৰে, 'অৰুণোদই'ত বিভিন্ন খবৰৰ উপৰিও বিজ্ঞানৰ শিতান্ত বিভিন্ন গছ-গছনিৰ বৰ্ণনা প্ৰকাশ পাইছিল যদিও চাহগছ, চাহশিল্প বা চাহখেতিৰ বিভিন্ন কথাৰ বিষয়ে প্ৰকাশ হোৱা নাছিল। যিদৰে কানিৰ বিৱৰণ, ধপাত গছৰ বিৱৰণ, ধপাত তৈয়াৰ কৰা ফেক্টৰী, জাইফল গছ, লং গছ আদিৰ বিষয়ে প্ৰকাশ পাইছিল, ঠিক সেইদৰে চাহগছ বা চাহ শিল্পৰ অগ্ৰগতিৰ বিভিন্ন দিশ প্ৰকাশ হোৱা নাছিল। ১৮৪৮ চনৰ পৰা ১৮৫৪ চনলৈকে চাহ সম্পৰ্কীয় এই কেইটা খবৰ প্ৰকাশ পাইছিল:

### ফেব্ৰুৱাৰী ১৮৪৬ নম্বৰ-২

"আমাৰ কোম্পানীয়ে এবছৰৰ ভিতৰত ১৯৪০০০ পাউণ্ড অৰ্থাৎ ৯৭০০০ সেৰ চাহ আৰ্জিছে, ইংলেণ্ডলৈ নিলে সেৰে ২ টকাকৈ দৰ পাই মুঠে প্ৰায় ২ লাখ টকা পাব।"

### নৱেম্বৰ ১৮৪৬, নম্বৰ ১১

"আগে এ ইউৰোপ দেশত চাহ পুলি জিব বুলি নেজানিলে। কিন্তু এতিয়া ফ্ৰাঙ্কি দেশত চাহ গুটি ৰুই বাগিছা কৰি, তাৰে পৰা চাহ বনাবলৈ পৰিমাণ চাই দেখিলে, সেই দেশত ভালকৈ গজি বহিছে; আৰ ফ্ৰাঙ্কি মানুহবোৰে আলজেৰিয়া দেশত ৰুইছিলে, কিন্তু ৰ'দ বৰ টান দেখি পুলি আটাইবোৰ মৰিল।"

### এপ্ৰিল ১৮৫৩ নম্বৰ ৪

"লণ্ডন নগৰত আতলাচ নামেৰে এখন সম্বাদ পত্ৰত জানুৱাৰী মাহত এই কথা প্ৰকাশ কৰিছে বোলে, মেহ দেসৰ চাহ অলপ দামত হ'লেও অধিক কৈ ন চলে, কিন্তু আমাৰ অচম দেসৰ চাহ বহু দামলৈকে বেচা গৈছে। এই কথাতে জানিছোঁ আমাৰ দেসৰ চাহ উত্তম আৰ চাহ গছৰ খেতিত এনেক লাভো হই।"



### এপ্ৰিল ১৮৫৪ নম্বৰ ৪

আচাম কম্পানিৰ পৰা তিনিজন মানুহৰ চল সিল আনিবলৈ নাৱেৰে শদিয়ালৈ পঠাই দিলে। সিহঁতে নাঁৱত সিল ভৰা দি উভতি আহোঁতে ব্ৰহ্মপুত্ৰ নদি এ নাওঁ বুৰি মাৰ্চ মাহৰ প্ৰথম দিনত বুধবাৰে ৩ বজাৰ সময়ত ২ জন মানুহ মৰিল।"

### ডিচেম্বৰ ১৮৫৪ নম্বৰ ১২

"ইংলেণ্ড দেশত এবছৰৰ ভিতৰত ৩,৭৭,৭৪,০০০ সেৰ চাহ খৰচ হৈছে। সেই চাহৰ ওপৰত গৰ্ৱৰ্ণমেণ্ট ৫,৮৮,০০,০০০ টকা কৰ পালে।"

মানচিত্ৰ নং ১— উজনি অসম : প্ৰথম চাহ ৰোৱা অঞ্চল

# অসমলৈ চাহ শ্ৰমিকৰ আগমন

পৃথিৱীৰ বৃহত্তম আৰু সৰ্বোত্তম পৰিমাণৰ চাহ উৎপাদনকাৰী দেশ হিছাপে অসমৰ যি গৌৰৱ, সেই গৌৰৱৰ লগত প্ৰকৃততে ৮৪৫ খন চাব বাগিছাৰ ৫ লাখ জন (আনুমানিক) শ্ৰমিকৰ শ্ৰম আৰু শক্তি জড়িত হৈ আছে। চাহশিল্পৰ আৰম্ভণিত স্থানীয় চাহ শ্ৰমিকৰ অভাৱ হোৱাত ইংৰাজ চাহ খেতিয়কসকলে ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা শ্ৰমিক সংগ্ৰহৰ আয়োজন কৰে। অসমলৈ এইদৰে অহা লাখ লাখ শ্ৰমিকৰ আগমন অসমৰ বাবে এক বিশেষ ঐতিহাসিক ঘটনা। এই শ্ৰমিকসকলৰ অসম আগমন তথা তেওঁলোকৰ চাহবাগিছাৰ জীৱন শোক, দুখ, হুমুনিয়াহ, নিৰ্যাতনৰ গধুৰ বোজাৰে ভাড়াক্ৰান্ত। চাহশিল্পৰ ইতিবৃত্তৰ লগত এই চাহ শ্ৰমিকসকলৰ ইতিবৃত্ত নিবিড়ভাৱে জড়িত।

### অসমলৈ শ্ৰমিক আমদানিৰ ঐতিহাসিক কাৰণ

কৃষিজাত সম্পদৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা শিল্প মুখ্যত: শ্ৰমিকৰ ওপৰত নিৰ্ভৰ কৰে। শ্ৰমিকৰ ওপৰত কেন্দ্ৰ কৰিয়েই এনে শিল্প বৃহৎ আকাৰত গঢ়ি উঠে। চাহশিল্প শ্ৰমিককেন্দ্ৰিক, শ্ৰমিকসকলেই আৰম্ভণিত গুৰুত্বপূৰ্ণ অংশ গ্ৰহণ কৰা বুলি শ্ৰমিকৰ অভাৱত চাহখেতিত আগবাঢ়িব পৰা নাছিল। বহুতো বাগান আধৰুৱা অৱস্থাত থাকিব লগা হৈছিল। ইয়াৰ কাৰণ হ'ল অসমৰ সেৰেঙা জনসংখ্যা। মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণ আৰু নান বেমাৰত ভুগি বহুতো অসমীয়া মানুহে অকালতে মৃত্যু মুখত পৰিছিল। যিখিনি অসমীয়া মানুহ জীয়াই আছিল তেওঁলোক আছিল এলেহুৱা, অলপ পৰিশ্ৰমতে সুন্দৰভাৱে খাই-বৈ জীয়াই থাকিব পাৰিছিল। ইয়াৰ উপৰিও অসমীয়া মানুহ কানি খাই ৰুগীয়া হৈ পৰিছিল আৰু চাহ বাগানৰ কষ্টকৰ চাকৰি কৰিবলৈ অতি কম সংখ্যকেহে আগবাঢ়ি আহিছিল।

অসমীয়া মানুহ কাম কৰিবলৈ নহাৰ কাৰণ আছিল ঘাইকৈ তিনিটা:-
(১) সেই সময়ত গাঁৱত বাসকৰা লোকসকলৰ খেতিৰ মাটি যথেষ্ট পৰিমাণৰ আছিল আৰু লোকৰ তলত কাম কৰি শ্ৰমিক হিছাপে পেট প্ৰৱৰ্তনৰ কোনো প্ৰয়োজন নাছিল; (২) উজনি অসমৰ বহুতো মানুহ স্বাধীনচেতীয়া আছিলআৰু লোকৰ তলত থাকি কাম কৰা অভ্যাস নাছিল। তেওঁলোকৰ আত্মমৰ্যাদাৰ



ভাব অতি প্ৰবল আছিল। তিৰোতা সকলো আত্মমৰ্যাদাসম্পন্না আছিল। সেইকাৰণে কোম্পানীৰ চাহাবে অসমীয়া মাইকী মানুহক কোনোমতেই বাগানত কাম কৰিবলৈ সন্মত কৰিব নোৱাৰিছিল; তৃতীয়তে কানি খাই তেওঁলোক বৰ কানীয়া হৈ পৰিছিল। চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুচে অসমীয়া লোকসকলৰ চাহখেতিৰ শ্ৰমিক হিছাপে খটুৱাবলৈ চেষ্টা কৰি বিফল হৈ লিখিছিল— "এই কথাই (কামৰ লেহেম গতিয়ে) দেখুৱাই দিয়ে যে চাহখেতিৰ কাৰণে এটি অধিক কামিলাজাতৰ শ্ৰমিকৰ প্ৰয়োজন। তেওঁলোকে যে নিজেই কাম কৰিব এনে নহয়; তেওঁলোকে তেওঁলোকৰ তিৰোতা আৰু সন্তানসকলকো সেই একে পাত তোলা আৰু বছা কাম কৰিবলৈ অনুমতি দিব। সেই একে কথাকে মই অসমীয়া মানুহৰ মগজুত সুমুৱাই দিব নোৱাৰিলোঁ। তেওঁ নিজে শ্ৰমিক সংগ্ৰহৰ কাৰণে গাঁৱে-গাঁৱে ঘূৰি ফুৰোঁতে অসমীয়া মানুহৰ অৱস্থা দেখি উত্তেজিত হৈ তেওঁৰ প্ৰতিবেদনত লিখিছিল "......এই প্লেগ, মহামাৰী সদৃশ কানিয়ে এই সৌন্দৰ্যশালী অসমখন জনশূন্য কৰি কেৱল মাত্ৰ বনৰীয়া জীৱজন্তুৰ লীলাভূমিলৈ পৰিবৰ্তন কৰিলে আৰু ধুনীয়া অসমীয়া জাতিটোক ভাৰতৰ ভিতৰত আটাইতকৈ ভীৰু, কাপুৰুষ আৰু অধ:পতিত জাতি এটালৈ নমাই দিলে... তিৰোতা বিলাকৰ কমসংখ্যক সন্তান থাকে আৰু এই সন্তানবিলাকৰ অতি কমেহে বুঢ়া হোৱালৈকে জীয়াই থাকে। সাধাৰণতে ডেকা বয়সতে তেওঁলোক মৃত্যুৰ মুখত পৰে। অন্য দেশৰ তুলনাত এই দুৰ্ভগীয়া দেশত অতি কম সংখ্যক বুঢ়া মানুহহে দেখিবলৈ পোৱা যায়। আমাৰ দয়ালু আৰু সজাগ চৰকাৰে যদি একেটি মাত্ৰ কলমৰ খোচেৰে এই সকলোবোৰ অসৎ কাৰ্য বন্ধ কৰি অসমক বচায়, তেনেহ'লে ইয়াতকৈ কিবা ডাঙৰ আশীবাদ হ'ব পাৰিবনে?" তেওঁ আৰু লিখিছিল, "অসমীয়া মানুহক কামিলা কৰাৰ কাৰণে দেশৰ পৰা আফুখেতি উঠাই দিব লাগে; তেতিয়াহ'লেহে আমাৰ চাহবাগিছা হাবি চাফা কৰি, গছ কাটি, বনৰীয়া জন্তু খেদাই জগতৰ এই বিলাসী গছ ৰোপন কৰিবলৈ ধুনীয়া কামিলা জাতি এটাৰে লাভৱান হ'ব পাৰিম।"

চাহ খেতিয়কসকলে অসমীয়া লোকক চাহ মজদুৰ হিছাপে কাম কৰাবলৈ বিফল হৈ অন্য উপায় চিন্তা কৰিবলৈ ধৰিলে। তেওঁলোকে ভাবিবলৈ ধৰিলে অসমীয়া মানুহক বাগিচাত কিদৰে কাম কৰিবলৈ বাধ্য কৰাব পাৰি। এই কথা ভাবি তেওঁলোকে চৰকাৰক এইবুলি পৰামৰ্শ দিলে: "চৰকাৰে মাটিৰ খাজানা বঢ়াই দিব লাগে। তেতিয়া হ'লে মাটৰ খাজনা দিবৰ কাৰণে তেওঁলোকে

কঠোৰ পৰিশ্ৰম কৰি পইচা ঘটিব লাগিব; আৰু তেনেদৰে পইচা ঘটিবৰ একমাত্ৰ ঠাই হ'ল তেওঁলোকৰ বাগান।" চৰকাৰে অৱশ্যে এই পৰামৰ্শ মঞ্জুৰ কৰিব নোৱাৰিলে।

### চীনা শ্ৰমিকসকল

অসমত চাহখেতি আৰু চাহ প্ৰস্তুত কৰা অভিজ্ঞ শ্ৰমিক নথকাত গৰ্ডন নামৰ চাহবজনে চীন দেশৰ পৰা শ্ৰমিক আমদানি কৰা আঁচনি ল'লে। গৰ্ডনে চাহ তৈয়াৰ কৰা কাৰিকৰী কৌশল নিজে শিকিছিল আৰু তেওঁ চীন দেশৰ পৰা অসমৰ বাগানত কাম কৰিবলৈ বহুতো চীনা শ্ৰমিক গোটাই অসমলৈ পঠাইছিল; কিন্তু চীনা শ্ৰমিকসকলৰ পৰা বিশেষ সহায় পোৱা হোৱা নাছিল। চীনা কাৰিকৰ আৰু শ্ৰমিকসকলে অতিৰিক্ত হাজিৰা দাবী কৰিছিল আৰু বহুতো শ্ৰমিকে আগধন লৈ পিছত কাম কৰিবলৈ ৰাজী নহৈছিল। চীন দেশৰ পৰা শ্ৰমিক আনোঁতে বহুত টকা খৰচ পৰিছিল। অহাৰ খৰচ বাদ দিও এজন চীনা কাৰিকৰক মাহে ৪০ টকা দৰমহা দিব লগা হৈছিল। এইদৰে চীনা কাৰিকৰ আৰু শ্ৰমিকক লৈ কোম্পানীৰ বহুতো টকা লোকচান হৈছিল। তথাপিও চীনা শ্ৰমিক নহ'লে চাহশিল্প গঢ়ি উঠিব নোৱাৰিব বুলি ইংৰাজ চাহ খেতিয়ক আৰু চৰকাৰে চীন দেশৰ পৰা স্থলপথেদি চীনা শ্ৰমিক আমদানি কৰাৰ ব্যৱস্থা লৈছিল। সেই সময়ত ভাৰত চৰকাৰৰ এজেন্ট জেনকিন্স চাহাবে চীনদেশৰ ইউনান প্ৰদেশৰ পৰা শ্ৰমিক সংগ্ৰহৰ কাৰণে১৮৪০ চনত আয়েক নামৰ এজন চীন দেশীয় লোক পঠাইছিল। তেওঁ লগত কেইজনমান গা-ৰখীয়া লৈ মণিপুৰৰ মাজেদি গৈ ব্ৰহ্মদেশৰ টামুৰেদি চীন দেশলৈ যাবলৈ ঠিক কৰিছিল। ইউনান প্ৰদেশৰ মানুহক উপহাৰ দিবলৈ বহুতো মণি, মুক্তা আৰু আন আন মনোহৰী বস্তু কোম্পানীয়ে দি পঠাইছিল। আয়েকে১৮৪০ চনৰ ২৫ মাৰ্চ তাৰিখে গুৱাহাটী এৰে; কিন্তু তেওঁ ইউনান পায়েই পলাই গ'ল। কিন্তু সাগৰেদি চীনা শ্ৰমিক অনা কাম চলি আছিল। চীনা শ্ৰমিকসকলৰ পৰা ভালদৰে কাম পোৱা নগৈছিল; কিয়নো তেওঁলোক বৰ উদণ্ড, কথা নশুনা আৰু হিংসাপৰায়ণ আছিল। ইয়াৰ ফলত কোম্পানীবিলাকে ভাল কাম নোপোৱাত পিছত চীন দেশৰ পৰা শ্ৰমিক আমদানি কৰাটো বন্ধ হয়। চীনাসকলে ওচৰ চুবুৰীয়া অন্যান্য লোকৰ মাজতো কাজিয়া-পেচাল কৰি অশান্তি কৰিছিল। চীনৰ পৰা নাৱেৰে অসমলৈ আহোঁতে পাবনাত চীনা শ্ৰমিকে স্থানীয় মানুহৰ লগত কাজিয়া কৰি দুজন স্থানীয় লোকক হত্যা কৰিছিল আৰু দুজনক গুৰুতৰভাৱে আহত কৰে।



ইয়াৰ পিছত কেইবাজনকো বিচাৰ কৰি জেল দিয়া আৰু বাকীবোৰক কলিকতাত থকা "বনুৱা চালান ডিপো"লৈ ঘূৰাই পঠোৱা হয়। কলিকতাতো এই চীনা মানুহবোৰে যথেষ্ট উৎপাদ কৰিছিল। যিকি নহওঁক বহুতো চীনালোকে অসমৰ বাগানত ভালদৰে কাম কৰিছিল। উজনি অসমৰ মাকুম অঞ্চলত এতিয়াও বহুতো চীনা লোকে কাম কৰি আছে।

### ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা শ্ৰমিক সংগ্ৰহ

স্থানীয় শ্ৰমিকৰ অভাৱত চাহ খেতিয়কসকলে অসমৰ বাগানবোৰত কাম কৰিবলৈ অসমৰ বাহিৰৰ পৰা শ্ৰমিক সংগ্ৰহৰ পৰিকল্পনা কৰে আৰু তেওঁলোকে এইক্ষেত্ৰত বিশেষ কৃতকাৰ্যতাও লাভ কৰিলে। নানা ধৰণৰ বুদ্ধি, চাতুৰি, কৌশল, প্ৰলোভন, বলপ্ৰয়োগ আদিৰে ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা শ্ৰমিক আমদানি কৰিবলৈ ধৰিলে। চাহাবসকলে আফ্ৰিকাৰ পৰা নিগ্ৰো মানুহ যিদৰে বল প্ৰয়োগ কৰি জাহাজত বোজাই কৰি নানা ধৰণৰ অত্যাচাৰ কৰি আনি আমেৰিকাত ক্ৰীতদাস হিছাপে বেচি দিছিল আৰু কিনোঁতাই জন্তু জানোৱাৰক ব্যৱহাৰ কৰাদি কাম কৰোৱাইছিল, আৰু পলাই গ'লে নানা ধৰণৰ অমানবীয় শাস্তি বিহিছিল, ঠিক তেনেদৰে অসমত বাগান খুলিবলৈ অহা চাহাবসকলেও ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা যেন বঙ্গদেশ, বিহাৰ, উৰিষ্যা, উত্তৰপ্ৰদেশ, মধ্যপ্ৰদেশ, মাদ্ৰাজ আৰু মহাৰাষ্ট্ৰৰ পৰাও নানা ধৰণৰ কৌশল কৰি জাহাজেৰে, ৰেলেৰে জন্তু অনাদি অসমলৈ আনিছিল আৰু বাগিচাত কাম কৰিবলৈ বাধ্য কৰাইছিল। অলপ কথাতে কিদৰে কঠোৰ শাস্তি বিহিছিল, তাৰ এক কৰুণ নিৰ্ম্মম কাহিনী যেন প্ৰত্যেক জোপা চাহ গছেই কয়। আমেৰিকাত নিগ্ৰোসকলৰ জীৱন যিদৰে কৰুণ তাৰ দু:সহ আছিল ঠিক সেইদৰে অসমৰ চাহ শ্ৰমিকৰ অতীত কাহিনীও এক দীঘল হুমুনিয়াহ।

প্ৰথমতে, কোম্পানীবিলাকে যিবিলাক এচিষ্টেন্ট পদৰ প্ৰাৰ্থী আছিল, তেওঁলোকক শ্ৰমিক সংগ্ৰহৰ বাবে বঙ্গদেশৰ ৰংপুৰ আৰু পাবনা জিলালৈ পঠাইছিল। তেওঁলোকে শ্ৰমিক সংগ্ৰহ কৰিব পাৰিলেহে তেওঁলোকক চাকৰি দিয়া হৈছিল। ১৮৩৯ চনৰ শেষত জন ইউৰোপীয় লোক শ্ৰমিক সংগ্ৰহৰ কাৰণে অসমৰ বাহিৰত আছিল আৰু শ্ৰমিক সংগ্ৰহৰ বাবেই নিযুক্তি পাইছিল। শ্ৰমিক সংগ্ৰহ কৰিব পৰাৰ ওপৰতহে তেওঁলোকৰ এচিষ্টেন্ট হিছাপে নিযুক্তি পোৱাৰ সম্ভাৱনা নিৰ্ভৰ কৰিছিল।

সেই সময়ত ৰংপুৰ জিলাই শ্ৰমিক সংগ্ৰহৰ মুখ্য কেন্দ্ৰ আছিল। অসম কোম্পানীয়ে ১৮৫২ চনত সেই জিলাত শ্ৰমিক সংগ্ৰহৰ কাৰণে এটা এজেন্সি অফিচ খুলিছিল। এই অফিচৰ পৰা শ্ৰমিক সংগ্ৰহৰ কাৰণে বেলেগ বেলেগ কোম্পানীৰ মাজত ভীষণ আঁৰিয়া-আঁৰি লাগিছিল। বেলেগ বেলেগ কোম্পানীয়ে বেছি হাৰত কমিছন দি শ্ৰমিক সংগ্ৰহৰ চেষ্টা কৰিছিল। উদাহৰণ স্বৰূপে অসম কোম্পানীৰ এজেন্টে সেই কোম্পানীৰ খৰচত সংগ্ৰহ কৰা ৩৩১ জন শ্ৰমিকৰ ভিতৰত ৩২৯ জন শ্ৰমিক কাছাৰ জিলাৰ বৌচাৰা আৰু মিকৃৱা বাগানলৈ চালান দিছিল। ফলস্বৰূপে কোম্পানীবিলাকৰ মাজত যাতে আঁৰিয়া-আঁৰি নহয়, কোম্পানীবিলাকৰ মাজত যাতে মিলাপ্ৰীতি থাকে তাৰ কাৰণে এটি সমূহীয়া শ্ৰমিক সংগ্ৰহ এজেন্সি খুলিবৰ কাৰণে কাছাৰ, চিলেট আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ কোম্পানীবিলাকে এটি সমূহীয়া আন্তৰিক প্ৰচেষ্টা চলাইছিল। কিন্তু তেওঁলোকৰ মাজত প্ৰতিযোগিতা বৃদ্ধি পোৱাত এই প্ৰচেষ্টা সম্ভৱ হৈ নুঠিল। অৱশ্যে তেওঁলোকে সমূহীয়া স্বাৰ্থলৈ চকু ৰাখি দুটা কথাত একমত হৈছিল: প্ৰথমতে তেওঁলোকৰ মাজত যিমানেই প্ৰতিযোগিতা নাথাকক তেওঁলোকে শ্ৰমিকৰ হাজিৰা বৃদ্ধি নকৰে, দ্বিতীয়তে, শ্ৰমিকবাহী জাহাজ পুনৰ প্ৰবৰ্তনৰ কাৰণে চৰকাৰৰ ওচৰত হেঁচা দি যাব। কিন্তু সমূহীয়া শ্ৰমিক সংগ্ৰহৰ প্ৰচেষ্টা ব্যৰ্থ হ'ল আৰু কোম্পানীবিলাকে নিজৰ নিজৰ সুবিধা অনুসৰি বিভিন্ন কায়দা কৌশলেৰে শ্ৰমিক সংগ্ৰহ কৰিবলৈ ধৰিছে। অসমত বিশেষকৈ দুটা পদ্ধতিৰে শ্ৰমিক সংগ্ৰহ কৰিবলৈ ধৰিলে— অসমত বিশেষকৈ দুটা পদ্ধতিৰে শ্ৰমিক সংগ্ৰহ কৰিবলৈ ধৰিলে— ঠিকাদাৰী প্ৰথা আৰু চৰ্দাৰী প্ৰথা। এই দুই পদ্ধতিৰে ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা শ্ৰমিক আমদানি হ'ব ধৰিলে। ভাৰতৰ বিভিন্ন অঞ্চলত এই শ্ৰমিক সংগ্ৰহৰ পদ্ধতি বেলেগ বেলেগ নামেৰে জনা যায়; যেনে— বংগদেশৰ চাহ বাগিছাত এই পদ্ধতি আকাটি আৰু দক্ষিণ ভাৰতত কাঙ্গানি নামেৰে জনাজাত হৈছিল।

শ্ৰমিকৰ অতীত জীৱন আৰু বাগিচাৰ চাহাবৰ মইমতালি

চাহ কোম্পানীবিলাকে শ্ৰমিক সংগ্ৰহ কৰিবলৈ কিছুমান ঠিকাদাৰক নিযুক্তি দিয়ে, এই ঠিকাদাৰসকল ভাৰতৰ বিভিন্ন অঞ্চলৰ গাঁও আৰু নগৰলৈ গৈ শ্ৰমজীৱী দুখীয়া শ্ৰেণীৰ মানুহৰ মাজত সোমাই পৰে। এই মানুহবোৰে দৰিদ্ৰতাত দিন নিয়াইছিল। তেওঁলোকৰ নিজাকৈ খেতি কৰি খাবলৈ মাটিবাৰী নাছিল। ভূমিহীন বহুতো মানুহ জমিদাৰৰ অত্যাচাৰত জৰ্জ্জৰিত হৈ পৰিছিল। শ্ৰমিক



বিচাৰি যোৱা ঠিকাদাৰবোৰে এইদৰে নিৰক্ষৰ দুখীয়া দৰিদ্ৰ মানুহবোৰৰ মাজত সোমাই নানা ধৰণৰ মিঠা কথা প্ৰলোভন দেখুৱাই অসমলৈ আনি অসমৰ বাগানত কিদৰে সহজে টকা-পইচা ঘটিব পাৰি তাৰ লোভনীয় বৰ্ণনা দিবলৈ ধৰিলে। নিজৰ দেশত এইদৰে টকা পইচাৰ অভাৱত জুৰুলা হোৱাতকৈ দেশ এৰি অসমলৈ আহি সুন্দৰ জীৱন লোৱাৰ সপোন দেখিলে। বহুতে অসমলৈ আহিবলৈ বাউল হৈ পৰিল। স্ফূৰ্তিত তেওঁলোকে গান গাব ধৰিলে—

"বনে গেলে বনফুল পায়না, চুগা হে
বিদেশ যাব, গামচা বিছায়ে ভাত খাব চুগা হে"।

তেন্তে যোৱা যায় ক'লৈ ?
ঠিকাদাৰে প্ৰলোভন দেখুৱালে এইদৰে—

"আম লাগে থোপা থোপে
তেতুল লাগে বাঁকা
যায় দেখো আসামা দেশে
চাহেৰ গাছে টাকা"

ঠিকাদাৰে বুজালে "তোমালোকে ইয়াত আমগছত আম আৰু তেতেলি গছত তেতেলি লগাহে দেখিছা; কিন্তু অসমলৈ বলা, তাত দেখিবা চাহৰ গছত টকা লাগি আছে। ভূমিহীন শ্ৰমজীৱী নিষ্পেষিত দুখীয়া এই মানুহবোৰে ভাবিবলৈ ধৰিলে উৰ্ব্বৰ দেশ অসমলৈ যোৱা যাওক। তাত চাহৰ বাগিচা আছে, সেইয়া সোণৰ-ৰূপৰ গছ, ভাত পাব, কাপোৰ পাব, ঘৰ পাব, চিকিৎসা পাব ইত্যাদি। "আপন ঘৰেৰ খাব দাব,পৰৰ কথা কে'ত শুনব চল শ্যাম বিদেশ যাব, গাম্‌ছা বিচায়ে ভাত খাব। আসাম দেশেৰ চাহপাত, পানী বলে বৰ মিঠা চল সখি, চল যাব বাগানে, তুলব পাতা আনন্দ মনে।"

প্ৰলোভনত পৰি কিছুমান আহিল। কিন্তু বেছিভাগকে এইদৰে ফুচুলাব নোৱাৰিলে। তেতিয়া ঠিকাদাৰবিলাকে সাপ্তাহিক বজাৰবোৰলৈ গৈ এই শ্ৰেণীৰ মানুহৰ মাজত কাপোৰ, মিঠাই, নানা ধৰণৰ নিচা, মদ আদি খুৱাই অসমৰ চাহবাগানৰ সোণালী জীৱনৰ বৰ্ণনা দিয়ে। এইদৰে উপহাৰ, মদ আদি খুৱাই-বুৱাই লোৱাৰ পিছত এই অবোধ মানুহবোৰক কেন্দ্ৰীয় শ্ৰমিক ডিপোলৈ বাগান বিলাকলৈ আনে আৰু নাম লিখায়। যেতিয়া এইদৰে বেছি মানুহ ফুচুলাব পৰা নগ'ল তেতিয়া বল প্ৰয়োগ কৰি, মাৰপিট কৰি, বলপ্ৰয়োগ কৰি, প্ৰাণনাশৰ ভাবুকিৰে ডিপোবিলাকলৈ আহিবলৈ বাধ্য কৰে। যদি ডিপোবিলাকত এবাৰ সোমাই পৰিলে তেতিয়াহ'লে এই শ্ৰমিকসকলৰ আৰু

মুক্তি নাছিল। ডিপোবিলাকতো তেওঁলোকক চোকা নজৰত ৰখা হৈছিল। ডিপোবিলাকৰ পৰা আনি নাও, জাহাজত উঠাই অসমলৈ গৰু-ম'হ বোজাই দিয়াৰ দৰে চালান দিছিল। এই মানুহবোৰে ক'বই নোৱাৰিছিল— তেওঁলোকৰ ভৱিষ্যত কি বা কেনেকুৱা ধৰণৰ। শ্ৰমিক সংগ্ৰহ কৰোঁতে গোটেই পৰিয়ালটোকেই সংগ্ৰহ কৰাত গুৰুত্ব দিয়া হৈছিল। এনে পৰিয়ালৰ যোগেদি ভৱিষ্যত শ্ৰমিকৰ জন্মত সহায় হ'ব আৰু দেশলৈ ঘূৰি আহিবলৈ তেওঁলোকে দুনাই যত্ন নকৰিব। ঠিকাদাৰসকলে বহুতো গাভৰু আৰু মাইকী মানুহক বলপ্ৰয়োগ কৰি সংগ্ৰহ কৰিছিল আৰু এইদৰে সংগৃহীত ছোৱালীবোৰক ধৰি আনি ডিপোত থকা মতা মানুহবোৰৰ লগত গিৰিয়েক ঘৈণীয়েক বুলি পঞ্জীয়ন কৰাই দিছিল। এনেধৰণে ল'ৰা আৰু ছোৱালীৰ অজ্ঞাতে হোৱা বিবাহক 'ডিপো চাদি'' বুলি অভিহিত কৰিছিল। ল'ৰাই ছোৱালীক আৰু ছোৱালীয়ে ল'ৰাক চিনি নাপাইছিল। এওঁলোকৰ ধৰ্ম, আচৰণ, ভাষা আদিও হয়তো একে নাছিল। প্ৰবঞ্চনা কৰি অনা বিবাহিত তিৰোতাক অন্য ডিপোত থকা ডেকাৰ লগত বিয়া পাতি দিছিল। যাত্ৰাপথ সহজ নাছিল। জন্তু-জানোৱাৰৰ দৰে ডিপো বাগৰি বাগৰি অ.হিছিল আৰু বহুতো শ্ৰমিক বাটতে মৃত্যুমুখতো পৰিছিল। অসম কোম্পানীয়ে ১৮৫৯ চনৰ ১৫ ডিচেম্বৰৰ পৰা১৮৬১ চনৰ নৱেম্বৰ মাহৰ ভিতৰত মুঠ২২৭২ জন শ্ৰমিক সংগ্ৰহ কৰিছিল আৰু তাৰ ভিতৰত ২৫০ জনৰ বাটতে মৃত্যু ঘটিছিল। ইয়াৰ ভিতৰত ১৩৫ জন পানীত ডুবি আৰু বাকীকেইজন আন আন কাৰণত মৰিছিল। ১০৩ জন পলাই গৈছিল। ১৮৬১ চনৰ ২ এপ্ৰিলৰ পৰা ১৮৬২ চনৰ ২৫ ফেব্ৰুৱাৰীলৈ ১৩৫৬৯ জন শ্ৰমিক সংগ্ৰহ কৰা হৈছিল। ১৮৬৩ চনৰ পৰা১৮৬৬ চনৰ ভিতৰত অসমৰ চাহ বাগিচাৰ কাৰণে মুঠ ৮৪,৯১৫ জন শ্ৰমিক সংগ্ৰহ কৰা হৈছিল। তাৰ ভিতৰত ৩০,০০০ শ্ৰমিকৰ মৃত্যু হৈছিল। চাহ কোম্পানীসমূহে একো একোজন শ্ৰমিকৰ বাবদ ঠিকাদাৰসকলক বহুতো পইচা দিব লগা হৈছিল। সেই সময়ত এজন প্ৰাপ্তবয়স্ক শ্ৰমিকৰ বাবদ ঠিকাদাৰসকলক বহুতো পইচা দিব লগা হৈছিল। সেই সময়ত এজন প্ৰাপ্তবয়স্ক শ্ৰমিকৰ দাম ১২০ টকাৰ পৰা ১৫০ টকাৰ ভিতৰত আছিল।

চাহকোম্পানীবোৰে ঠিকাদাৰসকলক নিযুক্তি দিয়াৰ উপৰিও বাগানৰ কিছুমান ছৰ্দাৰক বেছিসংখ্যাৰ শ্ৰমিক থকা জিলবিলাকলৈ পঠাই দিছিল। এই প্ৰথা প্ৰথমতে কাছাৰ জিলাত প্ৰবৰ্তন কৰা হৈছিল। ১৮৭০ চনৰ পৰা এই পদ্ধতিৰে শ্ৰমিক সংগ্ৰহৰ আয়োজন চলে। ছৰ্দাৰ সকলক প্ৰতিবছৰৰ শেষৰ



ফালে শ্ৰমিক সংগ্ৰহৰ বাবে দেশলৈ পঠাই দিয়ে আৰু ঠিকাদাৰসকলে ব্যৱহাৰ কৰা পদ্ধতিৰ যোগেদিয়েই শ্ৰমিক সংগ্ৰহ কৰে। ঠিকাদাৰী প্ৰথা আৰু ছৰ্দাৰীপ্ৰথাৰ মাজত বিশেষ কোনো পাৰ্থক্য নাছিল ছৰ্দাৰসকল বাগানৰ হাজিৰা খোৱা শ্ৰমিক আছিল আৰু ঠিকাদাৰসকলে কোম্পানীৰ পৰা পইচা লৈ শ্ৰমিক সংগ্ৰহ কৰিছিল। ১৯১৫ চনলৈকে ঠিকাদাৰী আৰু ছৰ্দাৰী এই দুই পদ্ধতিৰে শ্ৰমিক সংগ্ৰহ চলে। ১৯১৫ চনৰ পৰা ঠিকাদাৰী প্ৰথা উঠাই দিয়া হয় কিন্তু ছৰ্দাৰী প্ৰথাৰে শ্ৰমিক সংগ্ৰহ চলি থাকে। ১৯৫৩ চনত চাহ শ্ৰমিকৰ মাজত নিবনুৱা সমস্যা বৃদ্ধি পোৱাত বনুৱা আমদানি বন্ধ কৰিব লাগে বুলি কথা ওলায় আৰু এই বাবে ১৯৫৭ চনত বনুৱা আমদানি কৰা 'ডিপো'বোৰ বন্ধ কৰি দিয়া হয়।

শ্ৰমিক সংগ্ৰহ কৰোঁতে চাহকোম্পানীবোৰে বহুতো টকা খৰচ কৰিব লগা হৈছিল। বহুতো সময়ত টকা খৰচ কৰিও শ্ৰমিক সংগ্ৰহ কৰিব নোৱাৰিছিল। অসম সংগ্ৰহৰ বাবদ ১০,৭২৭ টকা খৰচ কৰিছিল কিন্তু ইমান টকা খৰচ কৰিও তেওঁলোক এজনো শ্ৰমিক সংগ্ৰহ কৰিব নোৱাৰিছিলো। ১৮৭৮ চনত অসম কোম্পানীয়ে শ্ৰমিক সংগ্ৰহৰ বাবদ ১৭,৭৭৫ পাউণ্ড খৰচ কৰিছিল আৰু শ্ৰমিক ৰখা ডিপোবিলাকৰ কাৰণে খৰচ কৰিছিল ৬৭৮৭ পাউণ্ড। ইয়াৰ উপৰিও শ্ৰমিক অহাৰ খৰচ আৰু এজেণ্টসকলৰ ক্ষেত্ৰলৈ বহুতো টকা খৰচ কৰিব লগা হৈছিল।

### যাত্ৰাৰ পথ

প্ৰথমতে নদী পথেৰেই নাও আৰু জাহাজেৰে অসমলৈ শ্ৰমিকসকলক অনা হৈছিল। শ্ৰমিকসকলক জাহাজত বা নাৱত উঠা-নমা কৰিবৰ বাবে ঠায়ে ঠায়ে কিছুমান ঘাটৰ (ডিপো) সৃষ্টি কৰিছিল। প্ৰথম বিধক ''ডিবাৰ্কেন ডিপো'' বুলি কোৱা হৈছিল। এইবোৰত শ্ৰমিক জমা কৰি ৰখাৰ ব্যৱস্থা আছিল আৰু দ্বিতীয়বিধত কেৱল নমা ঘাট আছিল। থকাৰ কাৰণে কোনো ব্যৱস্থা নাছিল। ইয়াৰ বাহিৰেও পৰিদৰ্শনৰ ঘাট বুলি অন্য এক ডিপো আছিল। এই ডিপোবিলাকত চৰকাৰী পৰিদৰ্শকসকলে স্বাস্থ্য আৰু তেওঁলোকৰ চুক্তি সম্বন্ধে কাগজ-পত্ৰ পৰীক্ষা কৰিছিল। সাধাৰণতে অসমলৈ আহিবলৈ তিনিটা নদী পথ আছিল। দুটা পথ ব্ৰহ্মপুত্ৰ নদীয়েদি আৰু তৃতীয় পথটো আছিল সুৰমা নদীয়েদি। ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা সংগ্ৰহ কৰা শ্ৰমিকসকলক জাহাজেৰে আৰু পিছলৈ ৰেলেৰে গোৱালগুলৈ আনিছিল। ইয়াৰ পিছত যমুনা নদীয়েদি

জাহাজ বা নাৱেৰে ধুবুৰীলৈ অনা হৈছিল। আন এটা পথা হ'ল কাটিহাৰ, পাৰ্বতীপুৰ আৰু কাউনিয়াহে ৰেলেৰে কুড়িগ্ৰামলৈ; আৰু তাৰ পৰা ব্ৰহ্মপুত্ৰ নদীৰে ধুবুৰীলৈ আনে। তলত উল্লেখ কৰা ঠাইসমূহত শ্ৰমিকসকলৰ থকা-মেলাৰ (ডিবাৰ্কেন ডিপোৰ ব্যৱস্থা আছিল।
(১) তেজপুৰ, (২) শিলঘাট, (৩) মাৰ্ঘেৰিটা, (৪) ককিলামুখ, (৫) ডিচাংমুখ আৰু (৬) ডিব্ৰুগড়।
জাহাজ বন্ধা ঘাটবোৰ হ'ল—
(১) ৰঙামাটি, (২) বিশ্বনাথ ঘাট, (৩) বিহালিমুখ, (৪) ধনশ্ৰীমুখ, (৫) কমলাবাৰী আৰু (৬) ডিখৌমুখ।

পৰিদৰ্শনৰ ঘাটবোৰ আছিল— (১) ধুবুৰী, (২) গুৱাহাটী, (৩) তেজপুৰ আৰু (৪) ডিব্ৰুগড় সুৰমা উপত্যকাৰ বাবে সংগ্ৰহ কৰা শ্ৰমিকসকলক গোৱালণ্ডত গোট খুওৱা হৈছিল। ইয়াৰ পৰাই নাও আৰু জাহাজেৰে সুৰমা নদীয়েদি তেওঁলোকক বিভিন্ন বাগিচালৈ লৈ যোৱা হৈছিল। সুৰমা উপত্যকাৰ ডিবাৰ্কেন ডিপোসমূহ হ'ল—
(১) শিলচৰ, (২) কাটিগড়া, (৩) চিলেট, (৪) ফেঁচুগঞ্জ, (৫) মৌলবী বজাৰ, (৬) হবিগঞ্জ আৰু (৭) কৰিমগঞ্জ।

সুৰমা উপত্যকাৰ ৰঙামাটিয়েই একমাত্ৰ জাহাজ বন্ধা ঘাট আছিল আৰু কৰিমগঞ্জতে শ্ৰমিকৰ স্বাস্থ্য আৰু চুক্তিৰ নথি-পত্ৰ পৰীক্ষা কৰা ডিপো আছিল।

## যাত্ৰাপথত মহামাৰী আৰু শ্ৰমিকৰ মৃত্যু

শ্ৰমিক সংগ্ৰহ কৰাৰ পিছত শ্ৰমিকসকলক জন্তু-জানোৱাৰৰ দৰে ব্যৱহাৰ কৰি নাৱেৰে জাহাজে ভৰাই অসমৰ বিভিন্ন বাগানলৈ চালান দিছিল। দিনৰ পিছত ৰাতি। ৰাতিৰ পিছত দিন ধৰি হেঁচা-ঠেলাকৈ আহিব লগা হৈছিল। খোৱা-বোৱাৰ ব্যৱস্থা নাছিল। শুব মেলিবলৈও সুবিধা নাছিল। এক অস্বাস্থ্যকৰ পৰিবেশৰ মাজত তেওঁলোক আহিব লগা হৈছিল। জলবায়ুৰ পৰিবৰ্তন আৰু দীঘলীয়া যাত্ৰাৰ পথত কলেৰাই আক্ৰমণ কৰিছিল আৰু ইয়াৰ ফলত বহুতো লোক নদীৰ মাজতে মৰি-হাজি জাহ গৈছিল। ১৯৯৫-৯৬ চনৰ অসম চৰকাৰৰ প্ৰশাসনীয় প্ৰতিবেদনৰ পৰা এইদৰে জনা যায়—

"প্ৰবাসলৈ অহা শ্ৰমিকসকলৰ যাত্ৰাকালত হোৱা মৃত্যুৰ সংখ্যা শোচনীয়ভাৱে বেছি। এই বছৰৰ আগভাগতে জাহাজত কলেৰা মহামাৰী লাগে। এইটোৱেই সম্ভৱ আগতে জনা আটাইবোৰ মহামাৰীতকৈ বেছি মাৰাত্মক।



মৃত্যুৱে এনে আকাৰ ধাৰণ কৰিলে যে শ্ৰমিক সংগ্ৰহ কিছুদিনৰ কাৰণে স্থগিত ৰাখিব লগা হ'ল।" এইবিলাক ৰিপ'ৰ্টৰ উপৰিও আন আন ৰিপ'ৰ্টত বহুতো শ্ৰমিকৰ কলেৰা আদি মহামাৰীত মৃত্যু হোৱা বিৱৰণ পোৱা যায়। এইদৰে বহুতো শ্ৰমিকে অসমলৈ ধন ঘটাৰ সোণালী সপোন লৈ আহি মৃত্যুবৰণ কৰিছিল আৰু যিবোৰ বনুৱা নমৰাকৈ বাচি আহি বাগান নামৰ ৰাজ্যত সোমাইছিল তেওঁলোকেও টকা ঘটাৰ সোণালী সপোন বিসৰ্জন দিব লগা হৈছিল। দেশ এৰি অসমলৈ আহি তেওঁলোকে পালে এক নিৰ্মম জীৱন, য'ত হয়তো জীয়াই থকাৰ সংগ্ৰাম নিজৰ জন্মস্থানতকৈ বেছি কৰুণ আৰু বেদনাদায়ক।

## চাহ বাগিচাত শ্ৰমিকৰ জীৱন

দীঘলীয়া কষ্টকৰ যাত্ৰা অন্ত কৰি বাগানত সোমোৱাৰ পিছতো বনুৱাই এক নতুন অস্বাস্থ্যকৰ পৰিবেশত পৰি জীয়াতু ভুগিব লগা হৈছিল। সেই সময়ত বাগান বিলাকত কোনো স্বাস্থ্যৰক্ষাৰ ব্যৱস্থা নাছিল। নতুনকৈ অহা এইবনুৱাসকলে প্ৰায়ে কলেৰা, হাকোটাপেলু, গ্ৰহণী, বসন্ত, ইনফ্লুয়েঞ্জা আদি বেমাৰত ভুগিব লগা হৈছিল। ইয়াৰ উপৰিও অসমত মেলেৰিয়া বেমাৰ ব্যাপক আছিল। বহুতো শ্ৰমিক মেলেৰীয়া বেমাৰৰ দ্বাৰা আক্ৰান্ত হৈ মৃত্যুমুখত পৰিছিল। বাগানত থকা ঘৰৰ ওচৰতো বনৰীয়া জন্তুৰ গৰ্জনত ভীতি বিহ্বল হৈ দিন-ৰাতি কটাবলগীয়া হৈছিল। বাগানত কাম কৰোঁতে জোকৰ কামোৰত থকা-সৰকা আৰু সাপৰ কামোৰত প্ৰাণ দিব লগা হৈছিল। অসমলৈ টকা ঘটিবলৈ অহা এই মানুহবোৰৰ বাবে অসমখন এখন যমপুৰীহে আছিল। ১৮৬৩-৬৬ চনৰ ভিতৰত ৮৪,৯১৫জন বনুৱাই অসমত ভৰি দিছিল; তাৰে ভিতৰত ১৮৬৬ চনৰ ৩০ জুনৰ ভিতৰত বেমাৰত ৩০ হাজাৰ বনুৱাৰ মৃত্যু হয়।

এইদৰে শ শ মাইল কষ্টকৰ যাত্ৰাৰ অন্তত বাগান নামৰ ৰাজ্যখনত ভৰি দিয়াৰ পিছত বাগানৰ মালিক আৰু মেনেজাৰসকল এই চাহ শ্ৰমিকসকলৰো মালিক হৈ পৰে। বাগানত কাম কৰিবলৈ আহি তেওঁলোকে সকলো ধৰণৰ ব্যক্তি স্বাধীনতা হেৰুৱাইছিল। ৰাতিপুৱাৰে পৰা কেৱলমাত্ৰ কামকে কৰিব লাগিছিল। অসমৰ চীফ কমিচনাৰ চাৰ বেম্পফিণ্ড ফুলাৰে চাহ বনুৱাৰ জীৱন 'গড়ালত থকা জন্তু'ৰ দৰে বুলি বৰ্ণনা কৰিছে। এখন বাগানৰ বনুৱাই আন এখন বাগানলৈ ফুৰা-চকা কৰিবলৈ যাব নোৱাৰিছিল। তেওঁলোকৰ

চলন-ফুৰণতো চোকা-নজৰ দিয়া হৈছিল। বাগানৰ বনুৱা যাতে পলাই যাব নোৱাৰে তাৰ বাবে চকীদাৰৰ সহায়ত দিনে-ৰাতিয়ে পহৰা দিয়াৰ ব্যৱস্থা কৰিছিল। নানা ধৰণৰ শাস্তি খাই জীয়াই থকা বনুৱাসকল পলাই গ'লে পলৰীয়া বনুৱাক খেদি খেদি ধৰি অহা হৈছিল আৰু এইদৰে ধৰি অনা বনুৱাক কঠোৰ শাস্তি বিহিছিল। পলৰীয়া বনুৱাৰ যাতে কোনোবাই সন্ধান দিব পাৰে তাৰ বাবে ৰেল ষ্টেচন আৰু ফেৰী ঘাটবোৰত জাননী আঁৰি দিয়া হৈছিল— ফুলাৰে এইদৰে দিয়া জাননী লক্ষ্য কৰি কৈছিল— "মই নদী পাৰ হোৱা ফেৰী ঘাটবোৰত আৰু ৰেল ষ্টেচনবোৰত পলৰীয়া কুলিৰে বিৱৰণ দিলে আৰু ধৰি দিলে পুৰস্কাৰ দিয়া হ'ব বুলি ঘোষণা কৰি জাননী আঁৰি থোৱা দেখা পাইছিলো। এই কথাই যিকোনো এজনক টম খুড়াৰ পঁজালৈ মনত পেলাই দিয়ে।"

চাহ বনুৱাসকলৰ বিয়া-বাৰু নিজৰ ইচ্ছাত হ'ব নোৱাৰিছিল। মেনেজাৰ বা মালিকৰ অনুমতিতহে বিয়া হ'ব পাৰিছিল। মেনেজাৰ চাহাব বা মালিকে চিকাৰ কৰি আনন্দ উপভোগ কৰিবলৈ গ'লে চাহ বনুৱা দলে আগে আগে গৈ ভয়ঙ্কৰ জন্তুৰে ভৰা হাবি-জংঘল কাটি বাট উলিয়াই দিব লাগিছিল। ইয়াৰ উপৰিও বাগানৰ চাহাবসকলে যৌন সুখ ল'বৰ মন কৰিলে বাগানৰ বনুৱাৰ ছোৱালী আনি উপভোগ কৰিব পাৰিছিল। ছোৱালীৰ বাপেক বা অভিভাৱকে আপত্তি কৰিব নোৱাৰিছিল। আপত্তিকৰোঁতাসকলে আপত্তি কৰাৰ বিনিময়ত শাস্তিহে খাব লগা হৈছিল।

তেওঁলোকৰ দৰ্মহাও আছিল একেবাৰে কম। ১৮৬০ চনত এজন চাহ বনুৱাক মাহিলি দৰ্মহা দিছিল ২টকা ৫০ পইচা; পিছত ৫ টকাকৈ বৃদ্ধি কৰে। এজন দক্ষ বনুৱাই মাহেকত ৮ টকাকৈ পাইছিল। সেই সময়ত চাউলৰ দাম মোনে ২ টকা আছিল। কিন্তু বনুৱাসকলক মোনে ১ টকাকৈ বাগানে চাউল যোগান ধৰিছিল। ১৮৬৫ চনত এজন পুৰুষৰ দৰ্মহা ৫ টকা, মাইকী মানুহৰ দৰ্মহা ৪ টকা আৰু ১২ বছৰৰ তলৰ কাম কৰা ল'ৰা-ছোৱালীৰ দৰ্মহা আছিল ৩ টকা। দিটোত ৯ ঘণ্টা কাম কৰিব লাগিছিল। আইনমতে সপ্তাহত এদিন ছুটি দিব লাগে বুলি নিয়ম আছিল যদিও বহু বাগানত ছুটি দিয়া নহৈছিল। দেওবাৰেও কাম কৰিব লাগিছিল। ১৯০১ চনত মাহিলী দৰ্মহা আছিল পুৰুষৰ ৫ টকা আঠ অনা আৰু মাইকী মানুহৰ আছিল টকা আঠ অনা।

### চাহাবৰ মইমতালি

একো একোখন বাগিচা ব্যক্তিগত 'ৰাজ্যখণ্ড'ৰ দৰে আছিল আৰু বাগিচাৰ



মেনেজাৰ আৰু মালিকসকলে প্ৰবল প্ৰতাপেৰে চাহ শ্ৰমিকৰ ওপৰত শাসন চলাইছিল। বাগানৰ মেনেজাৰ বা মালিকৰ বিনা অনুমতিত কোনো বাহিৰা মানুহ আনকি পুলিচো বাগানৰ চৌহদত সোমাই একো কৰিব নোৱাৰিছিল। শ্ৰমিকসকলক বাহিৰা প্ৰভাৱৰ পৰা সম্পূৰ্ণ আঁতৰাই ৰখা হৈছিল। কোনো লোক বাগিচাৰ ভিতৰলৈ মেনেজাৰৰ বিনা অনুমতিত প্ৰৱেশ কৰিলে ব্যক্তিগত সম্পত্তিৰ ওপৰত অনাধিকাৰ প্ৰৱেশ কৰিছে বুলি প্ৰৱেশ কৰোঁতাজনক শাস্তি বিহিছিল। চাহ বাগিচাৰ চাহাবৰ আগেদি ভাৰতীয় লোক ঘোঁৰাত উঠি যোৱা, ছাতি মেলি যোৱা, জোতা পিন্ধি যোৱা নিষেধ আছিল। অসমলৈ অহা ইংৰাজ প্ৰশাসনীয় বিষয়াসকলেও বাগিচাৰ শ্ৰমিকসকলৰ ওপৰত বাগানৰ চাহাবসকলে কৰা জঘন্য নিৰ্যাতন অত্যাচাৰ আদি বৰ্ণনা কৰি গৈছে। অসমৰ নিষ্ঠাৱান চীফ কমিচনাৰ হেনৰি কটনে কৈছিল... "মই আৰু সত্য ঘটনা লুকাই নাৰাখোঁ।" কটন চাহাবৰ পিছত বেম্পফিল্ড ফুলাৰ চীফ কমিচনাৰ হৈছিল। তেওঁ বাগানৰ চাহাবৰ অত্যাচাৰৰ কাহিনী বৰ্ণনা কৰি গৈছে। তাৰে দুটামান ঘটনাৰ উল্লেখ এনে ধৰণৰ— এজন 'এচিষ্টেন্ট' চাহাবে এজন বনুৱাক নিৰ্মমভাৱে চাবুকেৰে কোবাওঁতে তেওঁৰ মৃত্যু হয়। এই হত্যাকাণ্ডৰ বাবে নিম্ন আদালতে এচিষ্টেন্টজনক ১৮ মাহৰ কাৰাদণ্ডেৰে দণ্ডিত কৰে। এচিষ্টেন্টজনক এই শাস্তি বিহাৰ কাৰণে আন আন চাহবসকলে প্ৰতিবাদ কৰে আৰু শেষত আইনৰ সুৰুঙাৰে হত্যাকাৰী চাহাবক শাস্তিৰ পৰা ৰেহাই দিয়ে।" আন এটা ঘটনা তেওঁ এইদৰে উল্লেখ কৰে— এবাৰ এজন অভাৰচিয়াৰে এজনী তিৰোতাক বিবস্ত্ৰ কৰি চাবুকেৰে কোবাই কোবাই অচেতন কৰিছিল। কিন্তু অভাৰচিয়াৰৰ এই দোষৰ বাবে তেওঁ কোনো শাস্তি খাব লগা হোৱা নাছিল। কাছাৰ জিলাৰ এবাৰ ৮ বছৰীয়া স্কুলৰ ল'ৰা এটাই বাগিচাৰ চাহাবক 'চালাম' নিদিয়াৰ কাৰণেই বেতেৰে কোবাবলৈ ধৰে আৰু এই কোবৰ ফলত ছাত্ৰজনৰ মৃত্যু হয়। ১৯২১ চনত কাছাৰ জিলাৰ খৰিয়াল বাগিচাৰ মেনেজাৰ চাহাবে যি ঘটনা ঘটাইছিল, সেই ঘটনাই ওপৰৰ সকলো ঘটনাকে চেৰ পেলাব। বাগিচাৰ মেনেজাৰ চাহাবে এজনী গাভৰু ছোৱালীক ৰাতি নিজৰ বঙলাত নি উপভোগ কৰিব খুজিছিল। কিন্তু ছোৱালীৰ বাপেকে এই কথাত বাধা দিয়াত চাহাবে বাপেকক লগে লগে গুলিয়াই হত্যা কৰে। নিম্ন আদালত আৰু কলিকতাৰ হাইকোৰ্টে চাহাবজনক নিৰ্দোষী বুলি মুক্তিহে দিয়ে। সেই সময়ত বহুতো বাতৰি কাকতত এনে ধৰণৰ ঘটনাৰে ভৰি আছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে ১৯১৩ চনত চাহবাগিচাৰ মেনেজাৰৰ মইমতালি আৰু

চাহ শ্ৰমিকৰ জীৱনৰ বিষয়ে এইদৰে ৰিপ'ৰ্ট কৰিছিল—

"চাহ বাগিচা এখন সৰু চহৰৰ নিচিনা। 'বেৰেকৰ' দৰে ঘৰৰ শাৰীত কুলি থাকিব লাগে। মেনেজাৰসকলৰ প্ৰকাণ্ড বঙলা আৰু সহকাৰী কৰ্মকাৰকসকলৰ ভাল ভাল ঘৰতাত দেখিবলৈ পোৱা যায়। কোনো মানুহে আনকি পুলিচেও মেনেজাৰৰ বিনা অনুমতিত এই ৰাজ্যত সোমাব নোৱাৰে। মেনেজাৰে ইচ্ছা কৰিলে এই ৰাজ্যৰ ভিতৰত কুলিক মাৰি পেলাবও পাৰে, অভদ্ৰ ব্যৱহাৰও কৰিব পাৰে, আনকি তেওঁৰ ইচ্ছা হ'লে শ শ কুলীৰ ছোৱালী 'মাইকী' কৰি ৰাখিব পাৰে। তথাপিও তেওঁৰ এই কাৰ্যত বাধা দিবলৈ নাইবা কোনো প্ৰশ্ন সুধিবলৈ কাৰো সাধ্য নাই। ইয়াৰ বাহিৰেও মেনেজাৰসকলৰ কদৰ্য আচৰণত সিহঁতৰ দুৰ্গতিৰ সীমা নোহোৱা হয়। যদি বৃটিছলৈ ভয় আৰু তেওঁলোকৰ বন্দুক পিস্তল আদিলৈ মানুহৰ ভয় নাথাকিলহেঁতেন আৰু জিলাৰ বিচাৰক আৰু পুলিচবিলাক এই মেনেজাৰসকলৰ হুকুমৰ দাস মাথোন বুলি মানুহৰ ধাৰণা নাথাকিলহেঁতেন তেন্তে এইবিলাক সৰুসুৰা ৰাজ্যত মাৰপিট অশান্তি এটা দৈনন্দিন ঘটনা হ'লহেঁতেন। এই মানুহবিলাকে দেশত খাবলৈ নাপাই অনাই-বনাই থাকি চাহ বাগিচালৈ আহি থাকিবলৈ ঘৰ পায়, খাবলৈ ভাত পায় আৰু ইহঁতৰ ইয়াত বিশেষ যত্ন লোৱা হয় বুলি কোৱা শুনা যায়। থাকিবলৈ কেনেকুৱা ভাল ঘৰ দিয়া হয় তালৈ মন কৰিলে সকলো বুজিব পাৰি। গৰমকালি একোটা সৰু ঘৰত ইমানবিলাক কুলি থাকিবলৈ দিয়া হয় সি কেৱল বাগিচাৰ গৰাকীসকলৰ সুবিধাৰ নিমিত্তেহে। সিহঁতৰ এনেভাবে তদাৰক লোৱা হয়, যাতে কুলিবিলাকে নমৰি কোনোমতেহে জীয়াই থাকে। পোন্ধৰ বৰ্গফুট আয়তনৰ ঘৰ এটাত একোটা পৰিয়ালক থাকিবলৈ দিয়া হয়।"

জাতিৰ পিতা মহাত্মাগান্ধীয়েও ইয়ংইণ্ডিয়াত বাগিচাৰ চাহাবসকলক তেওঁলোকে কৰা অত্যাচাৰৰ পৰা বিৰত থাকিবলৈ সাৱধান কৰি দিছিল। বাগানৰ মালিক, মেনেজাৰৰ অত্যাচাৰত এই অসহায় শ্ৰমিকসকলৰ মানসিক অৱস্থা কেনে হৈছিল সেইকথা সহজে অনুমান কৰিব পাৰি। এনে পাশৱিক অত্যাচাৰত বহুতো শ্ৰমিক পগলা হৈ ঘূৰি ফুৰিছিল। ১৮৭৬ চনত তেজপুৰত স্থাপিত হোৱা পগলা ফাটেকত পগলা হোৱা বহুতো শ্ৰমিকক আশ্ৰয় দিয়া হৈছিল।

এইদৰে দেখা যায় অসমত চাহ শিল্পৰ আৰম্ভণিত হাজাৰ হাজাৰ শ্ৰমিকে শ্ৰমদান কৰিছিল আৰু হাজাৰ হাজাৰ শ্ৰমিকে অস্বাভাৱিক মৃত্যুও বৰণ কৰিছিল। অসমৰ চাহ বাগিচাত কাম কৰিবলৈ অহা শ্ৰমিকসকলে শেষত অসমকে নিজৰ



ঘৰ বুলি অপোন কৰি ল'লে। নিজৰ জন্মস্থানৰলগত সকলো ধৰণৰ সম্পৰ্কছেদ কৰি অসম আৰু অসমীয়াৰ লগত সম্পৰ্ক গঢ়ি তুলিলে। চাহ শ্ৰমিকসকল বৃহৎ অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগত পৰিণত হ'ল, চাহ শ্ৰমিকক চাহ বনুৱা বা চাহ মজদুৰ বুলি ক'লেও বৰ্তমান তেওঁলোকে "চাহ বাগিচাৰ অসমীয়া" বুলিহে জনপ্ৰিয়। তেওঁলোক অসমলৈ আহি অসমৰ হাজাৰ-হাজাৰ বিঘাৰ ডাঠ, অটব্য অৰণ্য সুঠাম-সবল বাহুৰে কুঠাৰ, কোৰ, দাৰে কাটি চাফা কৰি হাজাৰ-হাজাৰ বিষাক্ত সাপ হত্যা কৰি, ৰাতি বাঘ আৰু বনৰীয়া হাতীৰ দল খেদি অসমৰ সাৰুৱা মাটি চাহ কৰি অসমখন চাহ গছেৰে সোণৰ বাগিচালৈ ৰূপান্তৰিত কৰিলে। হাজাৰ-হাজাৰ বিঘাৰ ভয়ঙ্কৰ অটব্য অৰণ্য পিছলৈ চালে চকু জুৰ পৰা মনোমোহা সেউজীয়া শীতল উদ্যানলৈ পৰিবৰ্তন কৰিলে আৰু তাৰ বিনিময়ত দেশে উপাৰ্জন কৰিলে শ শ কোটি টকাৰ বহুমূলীয়া বৈদেশিক মুদ্ৰা। চাওৱা ৰেড্ডি (দীন নাথ চাওৱা) নামৰ এজন তৰুণ কবিয়ে এই চাহবনুৱাসকলে কিদৰে অসমক 'আই' বুলি ল'লে আৰু তেওঁলোকে অসমৰ হাবি, জংঘল কাটি কিদৰে নতুনকৈ অসমক সজালে, সেই কথা প্ৰাণস্পৰ্শী কবিতাৰে বৰ্ণনা কৰিছে :

## মা তৰ চৰণ চুমি

হামাৰ চিলট চা-গাছা;
কলম হামাৰ কড়
পাতাতৰা, কড় মাৰাই জীৱন নিৰ্ভৰ॥
হাৰা বনেৰ শিল্পী হামি,
মজদুৰ হামাদেৰ নাম
ৰহিম যিচুৱা সীতাৰামেৰ, মালাগে আসাম
পৰ্বত, পাহাড়, কাটে হামৰা বগান বনালি,
নতুন ৰূপে, নতুন সাজে মাকে সজালি॥
কাচাঁ সনাৰ দেশ হামাৰ,
পুই তিৰথ (তীৰ্থ) ভূমি
মা-ভাৰতীয় লাড়ীত বেটি
তৰ চৰণ চুমি॥

অসমীয়া ৰূপান্তৰ—

আই তোৰ চৰণত চুমা খাওঁ
মোৰ ফলি চাহ গছ
কোৰেই কলম মোৰ,
পাত তোলা, কোৰ মৰাত জীৱন নিৰ্ভৰ
সেউজ বনৰ শিল্পী মই,
মজদুৰ আমাৰ নাম,
ৰহিম-যিচুৰা, সীতাৰামৰ আই যে অসম ॥
পৰ্বত-পাহাৰ কাটি আমি বাগান পাতিলো,
নতুন ৰূপত নতুন সাজত, আইক সজাঁলো ॥
কেঁচা সোণৰ দেশ মোৰ
পুইন তিৰ্থ (তীৰ্থ) ভূমি
আই ভাৰতীৰ নুমলী জী,
তোৰ চৰণ চুমি ॥

চাহ বাগিচাৰ অসমীয়াসকলৰ পূৰ্বপুৰুষসকলে কঢ়িয়াই অনা নানা লোক-উৎসৱ লোকগীত, লোককথা, লোক-বিশ্বাস, লোক-সংস্কৃতিৰ সম্পদসমূহে অসমৰ লোকসংস্কৃতি চহকী কৰি তুলিছে। চাহ বাগিছাৰ কাহিনীক ভিত্তি কৰি নিৰ্মাণ কৰা কথাছবিয়ে অসম আৰু অসমীয়া ৰাইজলৈ সৰ্বভাৰতীয় সন্মান আনিছে। বহুকেইজন চাহ বাগিচাৰ অসমীয়াই চাহ বাগিচাৰ কাহিনীকলৈ কিতাপ-পত্ৰ লিখি অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিছে আৰু বৃহৎ অসমীয়া জাতিৰ গঠন প্ৰক্ৰিয়াত সহায় কৰিছে। দেশ স্বাধীন হোৱাৰ পিছত বাগিচাৰ জীৱন পদ্ধতি বহুত সাল-সলনি হৈছে। আগৰ দিনৰ চাহাবৰ মইমতালি আৰু নাই; সকলোৱেই এক মুক্ত, সন্মানজনক নাগৰিক জীৱন-যাপন কৰিবলৈ সমৰ্থ হৈছে। বিভিন্ন জনকল্যাণমূলক আঁচনিৰে চাহ বনুৱাসকলৰ জীৱন উন্নত হৈছে। চাহ বনুৱা সম্প্ৰদায়ৰ পৰাই কেইবাজনো বিধান সভা আৰু ৰাজ্যসভালৈ প্ৰতিনিধি হিছাপে নিৰ্বাচিত হৈছে আৰু মন্ত্ৰীও হৈছে।

### বিভিন্ন সময়ত অসমলৈ অহা চাহ শ্ৰমিকৰ সংখ্যা

১৮৭৭ চনৰ আগতে অসমলৈ অহা শ্ৰমিকৰ সংখ্যাৰ সঠিককৈ জনা নাযায়। ১৮৭৭ চনৰ পৰা তলত দেখুৱা ধৰণে শ্ৰমিক সংগ্ৰহ কৰা হৈছিল।



তালিকা নং-২

| বছৰ | পুৰুষ | তিৰোতা | ল'ৰা-ছোৱালী |
|---|---|---|---|
| ১৮৭৭ | ১৫,২০৫ | ১০,৫৫৮ | ৬,১৩৪ |
| ১৮৯৭ | ৩৪,৮৪২ | ৩১,৪৮৬ | ২৯,৬০৩ |
| ১৯০৩-০৯ | ৭৪,৯৮০ | ৬০,৬৩০ | ৮৭,১৪৩ |
| ১৯২৮-২৯ | ৩৭,১৬১ | ১৬,৫৪৮ | ১৫,১৯১ |

১৮২৪-১৮৫৯ চনৰ ভিতৰত অসমত এজন শ্ৰমিকৰ মাহেকীয়া হাজিৰা আছিল এনে ধৰণৰ—

লিকানং-৩

| বছৰ | মাহেকীয়া হাজিৰা |
|---|---|
| ১৮২৪-২৫ | ১ টকা |
| ১৮৩৯ | ২ টকা ৫০ পইচা |
| ১৮৫৮-৫৯ | ৪ টকা ৫০ পইচা |

১৯৩৮ চনৰ পৰা ১৯৫০ চনৰ ভিতৰত শ্ৰমিক সংগ্ৰহৰ খৰচ আছিল এনে ধৰণৰ—

তালিকা নং-৪

| | | | | | | |
|---|---|---|---|---|---|---|
| ১৯৩৮-৩৯ | ৫৮ | ০ | ০ | ৭২ | ৬ | ১০ |
| ১৯৪৪-৪৫ | ৮৯ | ৪ | ০ | ১১৮ | [illegible] | ০ |
| ১৯৪৫-৪৬ | ৯০ | ৪ | ৬ | ১১৯ | ০ | ৬ |
| ১৯৪৬-৪৭ | ৯৩ | ০ | ২ | ১২৩ | ১২ | ২ |
| ১৯৪৭-৪৮ | ১০৭ | ৭ | ২ | ১৪০ | ০ | ২ |
| ১৯৪৮-৪৯ | ১২৪ | ৫ | ১১ | ১৬৪ | ৫ | ১১ |
| ১৯৪৯-৫০ | ১৪২ | ৩ | ৫ | — | — | — |

এসময়ত কোম্পানীৰ মালিকসকলে চাহ শ্ৰমিকসকলক তেওঁলোকৰ কামৰ আৰু শ্ৰমৰ উপযুক্ত মৰ্যাদা দিয়া নাছিল। চাহ বাগিচাবিলাকৰ ভিতৰুৱা শাসন পদ্ধতি, বাগিচাৰ কৰ্মচাৰী, শ্ৰমিকৰ কাম-কাজ অনুযায়ী দৰ্মহা,

সা-সুবিধাবিলাকৰ প্ৰতি ধাইজে চকু দিয়া নাছিল। জানিবৰ কোনো আগ্ৰহো পৰিলক্ষিত নহৈছিল। চাহশ্ৰমিকসকল অসমৰ মূলসুঁতিৰ পৰা আওহতীয়া ভিতৰুৱা ঠাইত একাষৰীয়া (isolated) হৈ বাস কৰিছিল। অসমৰ নগৰ-চহৰৰ লগত তেওঁলোকৰ সহজ যোগাযোগ ব্যৱস্থা নাছিল। এতিয়াৰ দৰে শিক্ষাৰ ব্যৱস্থাও নাছিল। চাহ শ্ৰমিকসকল এই শিল্প উদ্যোগৰ মেৰুদণ্ড; চাহ শ্ৰমিকসকলৰ সামাজিক, অৰ্থনৈতিক, শিক্ষা, সংস্কৃতি এই সকলো দিশৰ উন্নতিৰ কাৰণেও কোনো প্ৰচেষ্টা লোৱা নাছিল। চাহ শ্ৰমিকৰ উন্নতি নহ'লে অসমীয়া জাতিয়ে উন্নতি কৰিব নোৱাৰে আৰু তেওঁলোকৰ জীৱনৰ সকলো দিশ উন্নতিৰ বাবে চৰকাৰ, চাহ সন্থা, আৰু চাহ কোম্পানী আদি সকলোৱে বাগিচাত স্কুল, স্বাস্থ্যকেন্দ্ৰ বা চিকিৎসালয়, খোৱাপানীৰ ব্যৱস্থা, খেলা-ধূলা, ঘৰ-দুৱাৰ আদিৰ উন্নতিৰ বাবে আজিকালি যিবোৰ জনকল্যাণমূলক আঁচনি লৈছে তেনেধৰণৰ আঁচনিৰ কথা সেই সময়ৰ চাহ বাগিচাৰ কৰ্তৃপক্ষই চিন্তা কৰা নাছিল। সাম্প্ৰতিক যুগত আঁচনিমূলক কৰ্মৰ ফলত চাহ শ্ৰমিকৰ মাজৰপৰা শিক্ষিত যুৱক-যুৱতী ওলাইছে আৰু তেওঁলোকে তেওঁলোকৰ সমাজৰ মানদণ্ড উন্নত কৰাত আগভাগ লৈছে, চাহবাগিচাৰ শ্ৰমিক শ্ৰেণীৰ লগত অসমৰ বিভিন্ন থলুৱা লোকৰ মাজত সমন্বয় আৰু ভ্ৰাতৃত্ববোধ বাঢ়ি আহিছে। চাহ বাগিচাৰ শ্ৰমিকসকলৰ বাৰেবৰণীয়া সংস্কৃতিয়ে আমাক আনন্দ দিব ধৰিছে। বহুতো বাগিচাত পালন কৰা উৎসৱ ঝুমুৰ উৎসৱ, কৰম উৎসৱ, টুচু পূজা আদি বিভিন্ন সাংস্কৃতিক উৎসৱে অসমীয়া সাহিত্য সংস্কৃতি মোহনীয় আৰু উন্নতি কৰিছে। চাহ বাগিচা সমূহক কেন্দ্ৰ কৰি ফুটবল প্ৰতিযোগিতা চলিছে। এনে ধৰণৰ প্ৰতিযোগিতামূলক খেলাত নতুন প্ৰতিভা বিকাশ আৰু প্ৰতিভা চিনাক্তকৰণৰ ক্ষেত্ৰত অসমৰ খেল জগত উন্নত হোৱাৰ আশা আছে।

অসমৰ চাহশ্ৰমিকসকলক এক উন্নত মানদণ্ডৰ জীৱন-যাপন কৰিবলৈ চাহকোম্পানীসমূহে অন্ততঃ এতিয়া যেনেদৰে কৰিছে সেইকালত তেনেকুৱা কৰা নাছিল। এতিয়াও ভাৰতৰ বহু শিল্প-উদ্যোগৰ কাম কৰা শ্ৰমিক শ্ৰেণী বহু সা-সুবিধাৰ পৰা বঞ্চিত বুলি জনা যায়। কিন্তু বাগিছাৰ বনুৱাক এতিয়া পাত ছিঙাৰ বাবে মজুৰি, ভবিষ্যনিধি, গ্ৰেচুৱেটি, বীমা, আৰ্জ্জিত ছুটি, চিকিৎসাজনিত ছুটি, মেটাৰনিটি ছুটি, আহাৰ, চিকিৎসা, ঘৰ-দুৱাৰ, খোৱাপানী, খৰি, চাহপাত, কাপোৰ-কানি আদি বিভিন্ন সা-সুবি দিব ধৰিছে।



এনে সা-সুবিধাই চাহশ্ৰমিকসকলক এক উচ্চ মানদণ্ডৰ জীৱন-যাপন কৰাত সহায় কৰিব। অসমৰ চাহশিল্পই বৰ্তমানত শ্ৰমিকসকলক তলত দেখুৱা বিভিন্ন সা-সুবিধাৰ বাবে কিমান টকা খৰচ কৰিছে তলৰ তালিকাত দেখুৱা হ'ল:

তালিকা নং ৫— চাহ শ্ৰমিকসকলৰ দৰ্মহা আৰু অন্য অন্য সুবিধাৰ বাবে ব্যয় কৰা খৰচ—

| বিষয় — | খৰচ (কোটিলৈ) |
|---|---|
| ১) দৰ্মহা | ১৬৫.০০ |
| ২) পাতছিঙাৰ উদগণিমূলক মঞ্জুৰী | ১৬.০০ |
| ৩) ভৱিষ্যনিধিৰ ধন | ১৬.৫০ |
| ৪) গ্ৰেচুইটি | ৮.২৫ |
| ৫) আৰ্জিত ছুটীৰ দৰ্মহা | ৯.২৫ |
| ৬) বেমাৰ-অসুখ আদিৰ সময়ত ব্যয় কৰা দৰ্মহা | ২৪.৭৫ |
| আন আন উপকৰুৱা সা-সুবিধাৰ বাবে দিয়া খৰচ— | ৬৫.০০ |
| ১) ৰেহাই হাৰত দিয়া খাদ্যমূল্য | |
| ২) গৃহ, ঘৰ-দুৱাৰ | ৪.৬০ |
| ৩) চিকিৎসা | ৯.০০ |
| ৪) খৰি | ৯.০০ |
| ৫) চাহপাত (খোৱাৰ বাবে) | ৪.৫০ |
| ৬) পাত ছিঙাৰ সময়ত পিন্ধা কাপোৰ | ২.২০ |
| ৭) ক্ৰেছ বা ল'ৰা-ছোৱালী ৰখা ব্যৱস্থা, খোৱা পানী আৰু আন জনকল্যাণমূলক কাম-কাজ | ২.৫০ |
| মুঠ ব্যয় | ৩০৯.৫০ |

(উৎস : Centenary Souvenir, 1889-1989) ABITA
বৰ্তমানত এই ব্যয় আৰু কিছু বেছি হ'ব

চাহবাগিচাত কম খৰচত যোগান দিয়া খাদ্যৰ মানদণ্ড প্ৰায়ে নিম্ন মানদণ্ডৰ বুলি অভিযোগ শুনা যায়।

চাহ সন্থা বা চাহ কোম্পানীৰ মালিকসকলে যথেষ্ট টকা-পইচা খৰছ আৰু সা-সুবিধা দিয়া যেন লাগিলেও চাহ শ্ৰমিক সকলৰ সামাজিক জীৱন উন্নত নহয়। ইয়াৰ কাৰণ হ'ল শিক্ষাৰ অভাব আৰু সুবিধাৰ অপব্যৱহাৰ। চাহ শ্ৰমিকসকলৰ সামাজিক জীৱন উন্নত কৰিবৰ বাবে শ্ৰমিক সমাজৰ পৰা

ওঁলোৱা শিক্ষিত ডেকা-গাভৰুসকল আগবাঢ়ি আহিব লাগিব, বদ-অভ্যাস, মদৰ নিচা, জুৱা, লাইনত হোৱা কাজিয়া-পেচাল বৰ্জন কৰিব লাগিব। "আমাৰ মজদুৰ বিলাকৰ হাজিৰাৰ আধা পইচা মদতে খৰচ হয়। ব'নাছৰ পইচাৰে তেওঁলোকে মদৰ দোকানৰ ধাৰ মাৰে। মদে আমাৰ মানুহক ধ্বংস কৰি পেলাইছে"। (প্ৰান্তিক, ১৬-৩১ আগষ্ট, ১৯৮৮) চিনামৰা চাহ বাগিচাৰ স্নাতক শ্ৰীমানিক তাঁতিৰ বিশ্লেষণ। চাহশ্ৰমিকসকলৰ ল'ৰা-ছোৱালী বিলাকৰ কম বয়সতে বিয়া হয়। সন্তান-সন্ততিও বহুত হয়।

## অসমত মহাত্মা আৰু ইংৰাজ চাহ খেতিয়ক

জাতিৰ পিতা মহাত্মা গান্ধীয়ে ইংৰাজ চাহাবে বনুৱাৰ ওপৰত কৰা অত্যাচাৰৰ কথাৰ গম পাইছিল আৰু প্ৰতিবাদো কৰিছিল। পৰাধীন দেশত বেছি ভাগ ইংৰাজেই ভাৰতীয়ক ভাল চকুৰে চোৱা নাছিল আৰু গান্ধীৰ আন্দোলন বাগিচাত সোমায় বুলি ভয় কৰিছিল। আচৰিত কথা ১৯২১ চনত মহাত্মাগান্ধী ডিব্ৰুগড়লৈ আহোঁতে চাহবাগিচাৰ দাম্ভিকশ্বেতাঙ্গ বৰভূৱীয়াসকলে তেওঁক স্থানীয় ক্লাবঘৰলৈ নিমন্ত্ৰণ কৰে। গান্ধীৰ নাম শুনিলেই বিৰক্ত হোৱা ইংৰাজ চাহ খেতিয়কৰ নিমন্ত্ৰণ গান্ধীয়ে প্ৰত্যাখান নকৰিলে। মহাত্মা গান্ধীক ইংৰাজ চাহখেতিয়কসকলে মূৰৰ টুপী খুলি আগবঢ়াই নি সম্ভাষণ আৰু অভ্যৰ্থনা জনালে। ইয়াকে চাবলৈ ডিব্ৰুগড়ৰ বহুতো মানুহ বিশেষকৈ চাহ বনুৱাসকলৰ ডাঙৰ সমাবেশ হৈছিল। চাৰিওফালে মুখৰিত হৈছিল "মহাত্মা গান্ধীৰ জয়।"

## অগ্ৰগণ্য অসমীয়া চাহ খেতিয়ক সকল

ইংৰাজ চাহখেতিয়কসকলে অসমৰ ডাঠ, অটব্য অৰণ্য ভাঙি চাহ বাগিচা খোলা দেখি অসমীয়াৰ ভিতৰতো কেইবাজনো উৎসাহীলোকে ব্যৱসায়ীক ভিত্তিত চাহখেতি কৰিবলৈ আগবাঢ়ি আহিল। বুৰঞ্জীবিদ বেনুধৰ শৰ্মাৰ মতে মণিৰাম দেৱানেই প্ৰথম অসমীয়া চাহখেতিয়ক। মণিৰাম দেৱানে চিনামৰা আৰু চেলুং বুলি দুখন চাহ বাগিচা খুলিছিল। বুৰঞ্জীবিদ পদ্মনাথ গোহাঞি বৰুৱাৰ মতে লাহদৈগড়ৰ ৺ৰোষেশ্বৰ বৰুৱা প্ৰথম অসমীয়া চাহখেতিয়ক। ৺শৰ্মাদেৱে অসম বুৰঞ্জীত লিখিছে, "অসমীয়াৰ ভিতৰত লাহদৈগড়ৰৰ ৺ৰোষেশ্বৰ বৰুৱাই পোন প্ৰথম চাহবাগিচা খুলি পটন্তৰ দেখুৱাই। তেওঁ প্ৰতিষ্ঠা কৰা 'লাহদৈগড় চাহবাগিচা' সবাতো আগৰ অসমীয়াৰ চাহবাগিচা ৰোষেশ্বৰ



বৰুৱা অতি উৎসাহী লোক আছিল। তেওঁ সেই সময়তে ৬/৭ খনকৈ বাগিচা খোলে; কিন্তু শ্ৰমিকৰ অভাৱ আৰু মূলধনৰ নাটনিত যথেষ্ট বাধাপ্ৰাপ্ত হয়। ৰোষেশ্বৰ বৰুৱাই খোল। নাগিনজান বাগানখন এজন ইউৰোপীয়ানক আৰু মধুপুৰ নামৰ আন এখন বাগিচা অন্য এজন বাটকটীয়া (Pioneer) চাহখেতিয়ক ৰায়বাহাদুৰ বিষ্টুৰাম বৰুৱা ওচৰত বেচি দিয়ে। ৰায়বাহাদুৰ বিষ্টুৰাম বৰুৱাই মধুপুৰ চাহবাগান খোলাৰ উপৰিও ৰঙাজান নামৰ আন এখন বাগিচা খোলে। বিষ্টুৰাম বৰুৱা ইংৰাজী শিক্ষাৰ শিক্ষিত নাছিল; কিন্তু তেখেতৰ উদ্যম উৎসাহ, দূৰদৃষ্টি আৰু বুদ্ধিবৃত্তিৰ ফলত তেওঁ পূৰ্ণপৰ্যায়ৰ চাহখেতিয়ক হৈ পৰিছিল। তেওঁৰ পুতেক ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই দেউতাকৰ চাহখেতিৰ পৰিধি বহলাই আৰু সৰু চৰাই, মেজেঙা, ৰঙাবাৰি, কুহুম, আইদেউবাৰি, চালকাখনি, ঠেঙালবাৰি, কাকদঙা আদি চাহ বাগিচা খোলে। সেইসময়ত ৰায়াবাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ভাৰতীয় চাহখেতিয়কৰ ভিতৰত আটাইতকৈ ডাঙৰ সদাগৰ আছিল। ৰায়বাহাদুৰ জগন্নাথ বৰুৱাৰ দেউতাক হেমধৰ লেটেকুজান নামৰ এখন বাগান খুলিছিল। ৰায়বাহাদুৰ জগন্নাথ বৰুৱাই আধুনিক কলঘৰ বহুৱাই পূৰ্ণপৰ্যায়ৰ বাগান হিচাপে গঢ়ি তোলে। এইদৰে ১৮৯০ চনৰ ভিতৰত এইকেইজন অসমীয়ালোক অগ্ৰগামীৰ অসমীয়া চাহখেতিয়ক বুলি সুখ্যাতি লাভ কৰে।

চাহ বাগিচাৰ চাকৰিত সোমেশ্বৰ শৰ্মা নামৰ এজন অসমীয়ালোক ইউৰোপীয়ান চাহকোম্পানী এটাত বেছ নাম কৰিছিল আৰু পিছত নিজকে চাহখেতিয়ক বুলি সুপ্ৰতিষ্ঠিত কৰিছিল। এইজনা চাহখেতিয়ক মৌবান্দ চাহ কোম্পানীত প্ৰায় ১৮৮০ চনত মহৰীৰ চাকৰিত সোমায়। তেওঁ ইংৰাজী শিক্ষাৰে শিক্ষিত নাছিল; কিন্তু তেখেতে চোকা বুদ্ধিৰ ফলত সুদক্ষ পৰিচালক হিচাপে যথেষ্ট নাম কৰিলে। সোমেশ্বৰ শৰ্মাই বৰ মহৰী হিচাপে চাকৰি আৰম্ভ কৰে। কিন্তু তেওঁৰ প্ৰতিভাৰ বাবেই দোপতদোপে উন্নতি লাভ কৰে। মহৰীৰ পৰা মেনেজাৰৰ আৰু মেনেজাৰৰ পৰা কোম্পানীৰ অধীক্ষক হিচাপে তেওঁ পদোন্নতি লাভ কৰিছিল। অধীক্ষক পদটো কোম্পানীৰ যথেষ্ট দায়িত্বপূৰ্ণ, মৰ্যাদাপূৰ্ণ আৰু ক্ষমতাপূৰ্ণ পদ আছিল। তেওঁ অধীক্ষক হৈ থকা সময়ত প্ৰায় ১২ জন ইউৰোপীয়ান নিৰ্দেশত আৰু পৰিচালনাত কাম কৰিব লগা হৈছিল। সেই সময়ত এজন ভাৰতীয়ৰ তলত এইদৰে ইউৰোপীয়ান চাহাবে কাম কৰাটো ভাবিব নোৱাৰা কথা। তেখেত অধীক্ষক হিচাপে কামৰ পৰা অৱসৰ লয় আৰু ইয়াৰ পিছত অইটাং চাহ বাগিচা খুলিলে।

# অসমৰ পৰিবহন ব্যৱস্থাৰ প্ৰগতিত চাহ শিল্পৰ অৱদান

এখন দেশৰ বা এটা অঞ্চলৰ সামাজিক, আৰ্থিক বা শৈক্ষিক—এইসকলো দিশত উন্নতিৰ প্ৰথম চৰ্ত হল উন্নত পৰিবহন ব্যৱস্থা। অসমৰ পৰিবহন ব্যৱস্থাৰ বিকাশ আৰু উন্নতিত চাহশিল্পই মুখ্য অংশ গ্ৰহণ কৰিছিল। চাহাবসকলে অসমৰ চুকে-কোনে চাহবাগিচা খুলিছিল আৰু চাহ উৎপাদনকৰি বিভিন্ন নদ-নদীৰে নাওঁ আৰু জাহাজেৰে ব্ৰহ্মপুত্ৰ পোৱাইছিল আৰু ব্ৰহ্মপুত্ৰৰে কলিকতা পোৱাইছিল। অসমৰ জলপথ, ৰেলপথ, স্থলপথ আদি পৰিবহন আৰু যোগাযোগৰ ব্যৱস্থা চাহশিল্পক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল; অৰ্থাৎ চাহশিল্পই অসমৰ পৰিবহন ব্যৱস্থাৰ দ্ৰুত উন্নতিত সহায় কৰিছিল। অসমৰ চাহশিল্পৰ আৰম্ভণি যিদৰে কৌতুহলপূৰ্ণ, ৰোমাঞ্চকৰ, ত্যাগ কষ্ট আৰু প্ৰত্যাহ্বানজনক আছিল, ঠিক সেইদৰে দূৰ্ভেদ্য ৰণ্যময় দেশ অসমৰ পৰিবহন ব্যৱস্থাৰ আৰম্ভণি আৰু বিকাশ কৌতুহল, ৰোমাঞ্চ, ত্যাগ, প্ৰত্যাহ্বান আৰু মৃত্যুৰ কাহিনীৰে ভৰা।

**জলপথ—**

ভাৰত তথা বৃটিছ সাম্ৰাজ্যৰ লগত অসমৰ সম্পৰ্ক ঘাইকৈ নদী পথেৰেই গঢ়ি উঠিছিল। অসমৰ চুকে-কোনে গঢ়ি উঠা চাহ বাগিচাবোৰে নদী পথেৰেই যোগাযোগ কৰিছিল আৰু এই নদীত সৰু সৰু নাওঁ চলিছিল। খৰালি এই নদীবোৰৰ পানী শুকাই যোৱা বাবে পৰিবহন ব্যৱস্থা বাধাপ্ৰাপ্ত হৈছিল। চাহ বাগিচাৰ পৰা নদীৰ ওচৰলৈ আনিবলৈ বনুৱাও পোৱা নগৈছিল। অসম চাহ কোম্পানীয়ে এবিধ হাতীয়ে টনা চাৰি চকীয়া গাড়ী চলাইছিল আৰু এনে হাতী গাড়ীৰে নদীৰ ঘাটলৈ ৫০ টা চাহ বাকচ আনিব পৰা গৈছিল। কিন্তু হাতীও সহজে পোৱা নগৈছিল। বৰষুণৰ দিনত এই হাতী গাড়ী অচল হৈ পৰিছিল। তেওঁলোকে নাও বা অন্য উপায়ে চাহৰ বাকচবোৰ ব্ৰহ্মপুত্ৰ নদীৰ ওচৰ চপাইছিল; কিন্তু ব্ৰহ্মপুত্ৰ নদীৰে সেই সময়ৰ বৃটিছ সাম্ৰাজ্যৰ স্নায়ুকেন্দ্ৰ কলিকতালৈ অনাৰ সমস্যা অন্যতম আছিল। কাৰণ সেই সময়ত কলিকতা আৰু অসমৰ মাজত পালতৰা নাওহে চলিছিল। কলিকতাৰ পৰা গুৱাহাটী পাবলৈ আঢ়ৈ মাহৰ পৰা তিনিমাহ সময় লাগিছিল। ইষ্টইণ্ডিয়া কোম্পানীয়ে পৰিবহন ব্যৱস্থা দ্ৰুততৰ কৰি তোলাৰ যত্ন কৰিলে। ১৮৩৪ চনত গংগা নদীৰ ওপৰেদি প্ৰথম চৰকাৰী ষ্টীমাৰ জাহাজ চলিল। কিন্তু অসম বা চিলেটৰ দৰে ইমান দূৰলৈ আহিবলৈ কোনো নিৰ্দিষ্ট সময় বান্ধি দিব পৰা হোৱা নাছিল।



মাজে মাজে অসমলৈও জাহাজ চলিবলৈ ধৰিলে। অসম চাহ কোম্পানীয়ে পিছলৈ বৰ অনিয়মীয়াভাবে চলা জাহাজেৰে চাহ পঠিয়াবলৈ ব্যৱস্থা কৰিলে। নাজিৰাৰ পৰা গুৱাহাটীলৈ নাৱেৰে চাহৰ বাকচ লৈ অহা হয় আৰু তাৰ পৰা জাহাজেৰে কলিকতালৈ পঠোৱা হয়। কিন্তু অনিয়মীয়া জাহাজ চলাচল ব্যৱস্থাৰ বাবে বহুদিনৰ বাবে চাহৰ বাকচ গুৱাহাটীত পৰি থাকিব লগা হৈছিল। অসম চাহ কোম্পানীয়ে সেই কাৰণে নিজস্ব পৰিবহন ব্যৱস্থা গ্ৰহণ কৰে। ১৮৪২ চনত অসম চাহ কোম্পানীয়ে 'আসাম' নামৰ ৫২ অশ্ব-শক্তিৰ জাহাজ এখন চলাবলৈ আৰম্ভ কৰিলে। কিন্তু নানান অসুবিধাৰ বাবে ভাৰতীয় নৌ পৰিবহন কোম্পানীক বেছি দিয়ে। ১৮৬০ চনৰ পৰা এই কোম্পানীৰ জাহাজ ব্ৰহ্মপুত্ৰ নদীৰ ওপৰেদি চলিবলৈ লয়। তাৰ আগলৈকে অসম চাহ কোম্পানীয়ে চৰকাৰৰ জাহাজকে ব্যৱহাৰ কৰিছিল। ভাৰতীয় জাহাজ কোম্পানীৰ জাহাজ পুনৰ চলিবলৈ ধৰিলে। ছয় সপ্তাহৰ মূৰে মূৰে কলিকতাৰ পৰা জাহাজ ডিব্ৰুগড়লৈ আহে। সেই বছৰত অসমৰ পৰা মুঠ সাতবাৰ জাহাজ কলিকতালৈ যায় আৰু ১৮৬৩ চনৰ পৰা এমাহৰ মূৰে মূৰে জাহাজ চলিবলৈ ধৰিলে। চাহ কোম্পানীয়ে নিয়মীয়া জাহাজ চলাচলৰ কাৰণে যিদৰে উপকৃত হৈছিল সেইদৰে জাহাজ কোম্পানীও চাহ উদ্যোগৰ পৰা লাভবানো হৈছিল। ইয়াৰ পিছৰ পৰা জাহাজ চলাচল ক্ৰমে ভাল হ'বলৈ ধৰিলে আৰু অন্য জাহাজ কোম্পানীও প্ৰতিযোগিতাত নামিল। ১৮৮২ চনত ধুবুৰীৰ পৰা ডিব্ৰুগড়লৈ দৈনিক জাহাজ চলাচলৰ সিদ্ধান্ত লোৱা হ'ব। এই পৰিবহন ব্যৱস্থাক 'অসম মেইল চাৰ্ভিচ বুলি জনা যায়। এইদৰে অসমত চাহ শিল্পৰ প্ৰগতিৰ লগে লগে নৌ-পৰিবহনৰ প্ৰগতিও হয়। ১৮৫৪ চনত বংগদেশৰ বৰিশালৰ পৰা গুৱাহাটীলৈ প্ৰথম শ্ৰেণীৰ ভাড়া আছিল ১৫০ টকা।

**বাট-পথঃ**

১৯ শতিকাৰ আগভাগত বংগ দেশৰ পৰা অসমলৈ আহিবলৈ তিনিটা পথ আছিল। চিঠিপত্ৰ তাক আদি কলিকতাৰ পৰা মুৰ্ছিদাবাদ, দিনাজপুৰ আৰু ৰংপুৰ হৈ গোৱালপাৰা পাইছিলহি। দ্বিতীয় পথটো ঢাকাৰ মাজেৰে আৰু তৃতীয়টো পথ চিলেট, চেৰাপুঞ্জি হৈ গুৱাহাটী পাইছিলহি। এই কেইটা পথ নামতহে পথ আছিল। বৰষুণৰ দিনত আৰু জাৰকালি ব্যৱহাৰৰ অনুপযুক্ত আছিল। সাধাৰণতে মানুহে নদী পথেৰেই অহাযোৱা কৰিছিল। অসমৰ ভিতৰুৱা ঠাইত বাটপথ কেনে আছিল তাক সহজেই অনুমান কৰিব পাৰি। আহোম ৰজাৰ দিনত (১৬ আৰু ১৭ শতিকাত) যিবোৰ বাট-পথ তৈয়াৰ

হৈছিল তাৰ পৰা চাহ খেতিয়কসকল কিছু পৰিমাণে উপকৃত হৈছিল। এইক্ষেত্ৰত খোদৰ আলিৰ কথাই উল্লেখ কৰিব পাৰি। আহোম ৰাজত্ব অন্ত পৰাৰ লগে লগে আহোম ৰজাসকলে বন্ধোৱা বাট-পথবোৰো অযত্নত বেয়া হৈ আহিবলৈ ধৰে আৰু শেষত ব্যৱহাৰৰ অনুপযুক্ত হৈ পৰে। এই বাটটো অসম চাহ কোম্পানীয়ে বহু টকা খৰচ কৰি ভাল কৰি ল'লে। ১৮৬৮ চনত অসমত গড়কাপ্তানি বিভাগটো খোলা হয়। কিন্তু ১৮৮০ চনলৈকে অসমত বাৰ-পথ হোৱাত বিশেষ প্ৰগতি লাভ কৰা নাছিল। সেই বছৰৰ পৰা ৰাজ্যিক চৰকাৰৰ সহায়ত লোকেল বৰ্ড স্থাপন হোৱাত চাহ খেতিয়ক সকলৰ সাহায্যত বাট-পথৰ কাম আগবাঢ়িল। অসমত বাট পথৰ উন্নতিৰ কাৰণে চাহ খেতিয়ক আৰু ভাৰতীয় চাহ সন্থাই চৰকাৰক জোৰ দিলে আৰু পথ পৰিবহনৰ কাম আগবাঢ়িবলৈ ধৰিলে। ১৯১১ চনৰ পৰা ভাৰতীয় চাহ সন্থাৰ সাহায্যত চৰকাৰে অসম আৰু সুৰমা উপত্যকা বাট পথ তৈয়াৰ আৰু মেৰামতিৰ কাৰণে অগ্ৰাধিকাৰ দিয়ে।

দ্বিতীয় মহাযুদ্ধৰ সময়ত অসমৰ পূৱ সীমান্তত জাপানী সৈন্যৰ আক্ৰমণ প্ৰৱল হৈ পৰাত বৃটিছ চৰকাৰে এই অঞ্চলত বাট-পথ সাজিবলৈ ৰাতিটোৰ ভিতৰতে গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'ব লগা হৈছিল। বাট-পথ সাজিবলৈ বনুৱা নাছিল। সেই সময়ত বাগিচাৰ বনুৱাবোৰ সু-সংগঠিত আৰু সুপৰিচালিত হোৱাত বৃটিছ চৰকাৰে চাহ বাগিচাৰ সহায় বিচাৰিলে।

চাহবাগিচাৰ চাহাবসকলে লগে লগে এই কামত জপিয়াই পৰিল। বনুৱা সকলে বাট-পথ সজাৰ কামত যুদ্ধকালীন তৎপৰতাৰে লাগি গ'ল। এই কামত হাজাৰ হাজাৰ শ্ৰমিকে কঠোৰ শ্ৰম কৰি দুৰ্গম অঞ্চলত বাট-পথ সজোৱাত সহায় কৰিলে। এই পথ নিৰ্মাণত চাহ বাগিচাৰ মেনেজাৰসকলেও দেহে-কেহে খাটিছিল, চৰকাৰৰ পৰা একো সাহায্য বিচৰা নাছিল। বাট-পথ সজাৰ বাবে সকলো সঁজুলি, বনুৱাৰ আহাৰ, চিকিৎসাৰ বাবে ঔষধৰ যোগান, আৰু হাজাৰে হাজাৰে অহা ভগনীয়াসকলক, চাহবাগিচাৰ মেনেজাৰ কৰ্মচাৰীসকলৰ পৰিবাৰে প্ৰসংশনীয় সেৱা আগবঢ়াইছিল। লিডু-লুকুৱাং পথ, নুমলিগড় ডিমাপুৰ-কহিমা-ইম্ফল-টামু পথ, শিলচৰ-বিষ্ণুপুৰ-ইম্ফল পথ-চাহখেতিয়ক-বনুৱা-কৰ্মচাৰী বা চাহশিল্পৰ এক মূল্যবাদ অৱদান।

**ৰেলপথঃ**

ভাৰতবৰ্ষত ১৮৫৩ চনৰ পৰা ৰেল চলাচল আৰম্ভ হয়। ইষ্ট বেংগল ৰেলৱে ১৮৬২ চনত তিষ্টা নদীলৈকে ৰেলপথ বহুৱাই আৰু ১৮৮১ চনত



এই ৰেলপথ ধুবুৰীলৈকে সম্প্ৰসাৰিত হয়। অসমৰ শদীয়ালৈকে ৰেলপথ বহুৱাওতে শ শ মাইলজোৰা অটব্য হাবি জনবসতি শূন্য অকলৰ মাজেৰে জংঘল কাটি ৰেলপথ বহুৱাৰ লগা হৈছিল। এই বিষয়ে অসম ৰেলৱে আৰু ট্ৰেডিং কোম্পানীৰ বুৰঞ্জীৰ পৰা জনা যায়। এই বিষয়ে পথ্ৰপৰ বৰ্ণনা এটি উল্লেখ কৰা হ'ল যেন ৰেলপথ ভয়ংকৰ অৰণ্যৰ মাজত ডুব যায়। পৃথিৱীৰ কতো কোনো ৰেলৰ খিড়িকিৰে নিশ্চয় এনে দৃশ্য দেখা পোৱা নাযায়। দক্ষিণ আমেৰিকাত ৰেলপথ ইয়াৰ আগতেই গ্ৰীষ্ম বনাঞ্চলৰ মাজৰে বন্ধোৱা হৈছে। তাতো যথেষ্ট পৰিমাণে হাবি জংঘল কাটি ৰেলপথ নিৰ্মাণ কৰিব লগা হৈছিল। কিন্তু অন্য যিকোনো ৰেলপথ মাকুমত দেখাৰ দৰে বৈশিষ্ট্যপূৰ্ণ মূল্যবান গছ, ঠাঁহ খাই থকা গছ-গছনি, বেত, জোত লগা লতা আদিৰ মাজেৰে পাৰ হৈ যোৱা নাই। ৰেলপথৰ আশে-পাশে ত'ত ত'ত সৰু সৰু পঁজা আৰু তম্বু দেখা যায়। এইবোৰ সম্ভৱ ৰেলপথ বহুৱা শ্ৰমিক আৰু কৰ্মচাৰীৰ ব্যৱহাৰৰ কাৰণে আছিল। এই জনশূন্য, গহীন, ভয়ংকৰ দিনতে নিশাৰ সৃষ্টি কৰা জংঘলৰ মাজেৰে ব'দ বৰষুণৰ মাজত এই পথ কিদৰে গঢ়ি উঠিছিল ভাবিলে বিস্ময়া-বিভূত হ'ব লাগে। দিনৰ দিনটো কঠোৰ পৰিশ্ৰম, কাঁইটৰ বিন্ধাত থকা-সৰকা হোৱা, জোকৰ প্ৰতাপত দেহৰ আধা তেজ হেৰুৱায়ো অসমৰ বুকুত ৰেলপথ গঢ়ি উঠিছিল।"

ডিব্ৰুগড় শদিয়া ৰেলপথ ১৮৮২ চনৰ ভিতৰত সম্পূৰ্ণ হয়। এই ৰেলপথৰ পৰা চাহশিল্পৰ সহায় হোৱাৰ উপৰিও কয়লা আৰু ৰেল উদ্যোগৰ কাৰণেও সহায় হয়। ৮০ মাইল দীঘল এই ৰেলপথছোৱা বন্ধাওতে ২১,৮০,০০০ টকা খৰচ হৈছিল। ১৮৮৫ চনত ককিলামুখ আৰু মৰিয়নিৰ মাজত চাহ বাগানৰ সুবিধাৰ কাৰণে ৰেলপথ বহুৱা হয়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেও চাহ বাগান সমূহৰ সুবিধাৰ বাবে ১৮৯৫ চনত তেজপুৰ বালিপাৰাৰ মাজত ৰেলপথ বহুৱা হয়। এই সময়তে ৭৪০ মাইল দীঘল অসম বংগ ৰেলপথ বহুৱা কাম আৰম্ভ হয়। ইয়াত তিনিটা শাখা দেখা যায়, এটা ছিটাগঙৰ পৰা কাছাৰলৈ, দ্বিতীয় পথটো ব্ৰহ্মপুত্ৰ উপত্যকাত গুৱাহাটীৰ পৰা ডিব্ৰুগড়লৈ আৰু তৃতীয় পথটো লামডিঙৰ পৰা উত্তৰ কাছাৰৰ মাজেৰে বদৰপুৰলৈ গৈছিল। ছিটাগঙৰ পৰা কাছাৰলৈ বহুৱা পথটো ১৮৯৮ চনত সম্পূৰ্ণ হয়। গুৱাহাটী আৰু তিনিচুকীয়ালৈ দাঠ অটব্য অৰণ্য ভাঙি বহুৱা কথা আগতে উল্লেখ কৰা হৈছে। এই পথ বহুৱাওতে বহুতো হাজিৰা কৰা মানুহ বেমাৰত মৰিব লগীয়া হৈছিল। উত্তৰ কাছাৰৰ মাজেৰে ৰেলপথ বহুৱাওঁতে ভীষণ অসুবিধাৰ সৃষ্টি হৈছিল। মাটিৰ

গুণাগুণৰ আৰু খহনিয়াৰ কাৰণে সমস্যাই দেখা দিছিল। এই পথত ৭৪ খন প্ৰধান দলং, ২৪টা সুৰংগ আৰু খহনীয়া ৰোধ কৰিবলৈ গধুৰ শিলৰ বান্ধ দিব লগীয়া হৈছিল। অঞ্চলটোত ঠায়ে ঠায়ে ১৮৬০ ফুট ওপৰলৈ ৰেলপথ বহুৱাব লগা হৈছিল। কামবোৰ কৰিবলৈ কৰ্নিছ মানুহ অনা হৈছিল। এনেবোৰ অসুবিধা, আহাৰ যোগান আৰু স্থানীয় কাম কৰা মানুহৰ অভাৱ সত্বেও এই গুৰুত্বপূৰ্ণ পথ গঢ়ি উঠিছিল। এই পথটো ১৯০৩ চনত সম্পূৰ্ণ হ'ল। ইয়াৰ কিছুদিন পিছতেই ধুবুৰী আৰু গুৱাহাটীৰ মাজতো ৰেলপথ বহুৱা হয় আৰু অসমত এইদৰে ৰেলপথসমূহ গঢ়ি উঠে আৰু চাহ উদ্যোগৰ বাবে বিশেষ সহায়ক হৈ পৰে।

## অসমৰ চাহ কোম্পানী গঠন

১৮৩৮ -৩৯ চনত অসমত প্ৰস্তুত কৰা চাহে ইংলেণ্ডত যথেষ্ট দাম পোৱাৰ বাবে ইংলেণ্ডৰ ব্যৱসায়ী সকলৰ দৃষ্টি আকৰ্ষণ হয়। ১৮৩৮ চনত ইংলেণ্ডৰ কিছু লোকে ৫ লাখ পাউণ্ড মূলধনেৰে বিখ্যাত অসম কোম্পানীৰভেটি স্থাপন কৰে। এই স্থাপনৰ কথালগুনৰ টাইমচ নামৰ আলোচনীত এইদৰে প্ৰকাশ পায়:

"A joint stock company is forming in the city for the purpose of cultivating the newly discovered tea plant in Assam." অসম কোম্পানীয়ে তেওঁলোকৰ কাৰ্যালয় নাজিৰাত স্থাপন কৰে।

ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে তেওঁলোকৰ চাবুৱা, ডিব্ৰুগড় আৰু দুখন সৰু বাগিচাৰ বাহিৰে বাকী কেইখন বাগান দহ বছৰৰ বাবে কোনো ভাড়া নোহোৱাকৈ অসম কোম্পানীক দিয়ে। অসম চাহ কোম্পানীয়ে ডিব্ৰুগড়ৰ ওচৰত আৰু বুঢ়ীদিহিং আৰু টিংৰাই নদীৰ সঙ্গম স্থলত চাহ ফেক্টৰী খোলে। ১৮৪১ চনৰ মাৰ্চ মাহত চিংফৌ মুখীয়ালৰ তত্ত্বাৱধানত ৩৫ বাকচ চাহ তৈয়াৰ কৰি কলিকতাত নীলামত বেচিলে। অসম চাহ কোম্পানীয়ে প্ৰথমে লাভৰ মুখ দেখা নাছিল। কিন্তু ১৮৫১ চনৰ পৰা লাভ হ'বলৈ ধৰিলে। অসম কোম্পানীয়ে তেওঁলোকৰ বাগানসমূহ চাবলৈ দুটাভাগত বিভক্ত কৰি চি,এ,ব্ৰুচ আৰু জে ডব্লিউ মাষ্টাৰ্চৰ তত্ত্বাৱধান দিলে। মাষ্টাৰ্চৰ বাগান খোলোঁতে বিচিত্ৰ অভিজ্ঞতাৰ বৰ্ণনা দিয়ে:



"Owing to the dense tree forest and coarse high grass jungles with which the lend is all over run, so that when fravelling one can see nothing but what lies in immediate route and I am continually finding fresh patches of ground occupied by the sites of former villages or gardens or temple or tanks of beautiful water or small patches of tea plants and immese tracts of waste lend... It was with great difficulty that I could procure elephants when I first came here....A herd of elephants, having gone off from Jorehaut in that direction (Towards Gabro).

১৮৫৩ চনত মফট মিলচৰ বিৱৰণৰ পৰাঅসমত কেৱল শিৱসাগৰ আৰু অবিভক্ত লক্ষীমপুৰ জিলাত চাহ বাগান থকাৰ কথা জনা যায়। সেই সময়ত শিৱসাগৰত তিনিখন আৰু ডিব্ৰুগড়ত ৬ খন ব্যক্তিগত বাগিচা আছিল।

১৮৫৮ চনলৈকে অসম কোম্পানীৰ প্ৰতিদ্বন্দ্বী কেৱল ব্যক্তিগত খণ্ডৰ বাগিচা কেইখন আছিল। ১৮৫৮ চনত ৬০,০০০ পাউণ্ড মূলধনেৰে অসমত অন্য এটা বিখ্যাত কোম্পানী "যোৰহাট টি কোম্পানী" স্থাপন হয়। চিনামৰা অইটাং, কলিয়াবৰ নুমলিগড় আদি বাগিচাক লৈ এই কোম্পানী গঠন হয়।

অসমৰ কাছাৰ জিলাত প্ৰথমে কফি খেতিৰ প্ৰচলন হৈছিল; কিন্তু নানা কাৰণত কফি খেতি ইয়াত কৃতকাৰ্য নহ'ল। কাছাৰ জিলাত থলুৱাভাৱে টিলাবোৰৰ নামনিত জংঘলত চাহগছ আপোনা-আপুনি হৈছিল। কিন্তু ১৮৫৫ চনৰ আগলৈকে কাছাৰত চাহ থকা কথাটো কোনেও লক্ষ্য কৰা নাছিল। ১৮৫৫ চনৰ আগষ্ট মাহত কাছাৰ জিলাৰ অধ্যক্ষ কেপ্টেইন ভাৰ্নিয়াৰে হাবিত হোৱা গছৰ চাহপাতেৰে কিছু চাহ সাধাৰণ ভাৱে তৈয়াৰ কৰি কলিকতাত পৰীক্ষাৰ বাবে পঠায় আৰু এই চাহৰ উৎসাজনক ৰিপৰ্ট পোৱা যায়। ১৮৫৫ চনৰ পৰা কাছাৰ জিলাত চাহ খেতি আৰম্ভ হ'ল।

অসমত চাহখেতি আৰু চাহখেতিয়কসকলক উৎসাহ দিবৰ বাবে চৰকাৰে অতি কম খাজনাত মাটি দিছিল। ১৮৩৮ চনত এশৰ পৰা এহেজাৰ একৰলৈকে ৪৫ বছৰৰ বন্দৱস্তীত, প্ৰথম ২০ বছৰলৈ লাখেৰাজকৈ দিয়া হৈছিল। বাকী ২৫ বছৰৰ বাবে১-১২ প:ধাৰ্য কৰাহৈছিল। ১৮৫৪ চনত সেই নিয়ম সলাই ৯৯ বছৰীয়া বন্দৱস্তী কৰি একৰত আঢ়ৈ টকা মূল্যত বিক্ৰী কৰা নিয়ম চলে।

# চাহ অসমৰ অৰ্থনৈতিক জাগৰণৰ অগ্ৰদূত

সমগ্ৰ উজনি অসমকে চাহৰ বাগিচা বা অসমক চাহ উপত্যকা বুলি কলে ভুল কৰা নহয়। অসমৰ ভূ-গৰ্ভৰ যিদৰে কোটি কোটি টকা মূল্যৰ গেচ আৰু খনিজ তেল পোৱা যায় ঠিক সেইদৰে অসমৰ উপৰি ভাগৰ মাটিয়ে কোটি কোটি টকা মূল্যৰ চাহগছ লহপহকৈ বাঢ়ি অহাত সহায় কৰে। (অগৰু নামৰ বিখ্যাত দামী গছৰ জন্মস্থানো অসমেই। যি গছৰ এক কেজি তেলৰ মূল্য আন্তৰ্জাতিক বজাৰত তিনি লাখৰো বেছি)। পৃথিৱীৰ বৃহত্তম আৰু উত্তম পৰিমাণৰ চাহৰ কেন্দ্ৰভূমি বুলি অসমৰ নাম পৃথিৱীত সুপৰিচিত।

১৮২৩ চনত অসমত চাহগছ আৱিষ্কাৰ আৰু ১৮২৬ চনত অসম বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভূক্ত হোৱাৰ লগে লগে অসমৰ বুকুত বৈপ্লৱিক পৰিবৰ্তনৰ সূচনা হয়। অসমৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, সংস্কৃতিক, প্ৰশাসনিক আদি বিভিন্ন দিশত ঐতিহাসিক পৰিবৰ্তন আহিব ধৰে। বৃটিছ মূলধনৰ সহায়ত ইংৰাজসকলৰ সাহস, দূৰদৃষ্টি, কৰ্মশক্তি আৰু নিপুন ব্যৱসায় বুদ্ধিৰ ফলত এক অন্ধকাৰ যুগত চাহক কেন্দ্ৰ কৰিয়েই এক নতুন অৰ্থনৈতিক ভেটি গঢ়ি উঠিছিল। অসমৰ প্ৰথম চাহ কোম্পানী 'আসাম কোম্পানী' ১৮৩৯ চনত ৫ লাখ পাউণ্ড মূলধনেৰে স্থাপিত হৈছিল। ইয়াৰ পিছত ১৮৫৯ চনত 'যোৰহাট চাহকোম্পানী' স্থাপিত হৈছিল। ১৮৪১ চনত ২৩১২ একৰ মাটিৰ পৰা ১৮৫৯ চনত ৮০০০ একৰ মাটিলৈ চাহখেতি প্ৰসাৰ কৰা হৈছিল। চাহৰ উৎপাদন ১৮৪১ চনত ২৯,২৬৭ খাউণ্ডৰপৰা ১৮৫৯ চনত এক নিখুঁত পাউণ্ডলৈ বৃদ্ধি পাইছিল। ১৮৭২ চনত ৫২ হেজাৰ একৰ মাটিৰ পৰা ১৯০১ চনত ৩৩৮ হাজাৰ একৰ মাটিলৈ চাহখেতি সম্প্ৰসাৰিত কৰা হয় আৰু সেই সময়ছোৱাত চাহৰ উৎপাদন ১২ নিযুত পাউণ্ডৰ পৰা ১৩৪ নিযুত পাউণ্ডলৈ বৃদ্ধি হয়। বৰ্তমান অসমৰ চাহখেতিৰ মাটি কালি ২২৬,৮৮৩ হেক্টৰ আৰু অসমত মুঠ চাহৰ উৎপাদন হয় ৪০০ নিযুত কেজি। চাহশিল্পক এইদৰে প্ৰসাৰ আৰু বৃদ্ধি কৰিবলৈ ১৮৭২ চনত ১নিযুত পাউণ্ডৰ (বা ইয়াতকৈ কিছু কম) পৰা ১৯০৩ চনত ১৪ নিযুত পাউণ্ডলৈ (২১০ নিযুত কোটি)



মূলধন প্ৰয়োগ কৰিব লগা হৈছিল। এই বৃহৎ আকাৰৰ মূলধন অসমৰ চাহশিল্পই খটুৱাটো বিশেষভাবে মন কৰিবলগীয়া। চাহৰ উৎপাদন দ্ৰুতগতিত বাঢ়ে আৰু সেই অনুপাতে ইংলেণ্ডলৈ চাহৰ ৰপ্তানী দ্ৰুতগতিত বৃদ্ধি পায়। পৃথিৱীৰ চাহশিল্পৰ বাবে বছৰি যিমান টকা মূলধন হিচাপে বিনিয়োগ কৰা হয়, তাৰ আধা অংশই অসমত বিনিয়োগ কৰশ হয়।

বৃটিছ মূলধনৰ সহায়ত এক নতুন অৰ্থনৈতিক শোষণৰ চক্ৰান্তও গজগজিয়া হল। আসাম কোম্পানী আৰু যোৰহাট চাহ কোম্পানী অসমৰ আটাইতকৈ পুৰণি কোম্পানী। এই চাহ কোম্পানীয়ে প্ৰকাশ কৰা বিৱৰণ মতে আসাম কোম্পানীয়ে ১২৫০০০ পাউণ্ডৰ মূলধনেৰে ১৮৪০ চনত ব্যৱসায় আৰম্ভ কৰি ১৯৫৪ চনলৈকে সৰ্বমুঠ ১০২৮২৮৪৭ পাউণ্ড লাভ কৰে আৰু যোৰডা চাহ কোম্পানীয়ে ১৮৫৯ চনত ৬০০০০ পাউণ্ড মূলধনেৰে আৰম্ভ কৰি ১৯৪৫ চনলৈকে সৰ্বমুঠ ৯৮১০৭৭১ পাউণ্ড লাভ কৰে। এক অধ্যয়নৰ পৰা দেখা গৈছে যে, যোৱা ১০০ বছৰত ইংৰাজ চাহ খেতিয়ক সকলে দুহেজাৰ কোটি (২০০০,০০০০০০০) টকা লাভ কৰে।

চাহ শিল্পৰ আৰম্ভণি আৰু বিকাশৰ লগে লগে পৰিবহন ব্যৱস্থাও উন্নত হ'বলৈ ধৰিলে। ব্ৰহ্মপুত্ৰৰ বুকুয়েদি জাহাজ চলাচল কৰিব ধৰে। বাট পথ, দলং আদি নিৰ্মাণ হ'ব ধৰে। গৰু গাড়ীৰ চলা-চলো আৰম্ভ হল। ৰেল পথেৰেও ভাৰতৰ বাকী অংশৰ লগত সংযোগ হ'ল। অসমৰ আধুনিক পৰিবহন ব্যৱস্থাৰ আৰম্ভণি চাহশিল্পৰ অৱদান বুলি কলে বঢ়াই কোৱা নহয়। চাহৰ ফেক্টৰী আৰু ৰেল চলাচল কৰিবৰ বাবে কয়লাৰ প্ৰয়োজন হয় আৰু তাৰ বাবে অনুসন্ধানো চলোৱা হয়।

লিডু অঞ্চলত কয়লাৰ খনি আবিষ্কাৰ হল। ১৮৭২ চনত ৫০ টন কয়লা উৎপাদনৰ পৰা ১৯০৫-১৯০৬ চনত কয়লাৰ উৎপাদন ২৭৭,০০০ টনলৈ বৃদ্ধি পালে। ইয়াৰ পাছত বৃটিছসকলে ডিগবৈত তেলপুং আবিষ্কাৰ কৰিলে আৰু ১৮৯০ চনত বৃটিছ মূলধনৰ সহায়ত ডিগবৈত অসমৰ প্ৰথম তেল শোধনগাৰ স্থাপন কৰা হল। ১৯০০-১৯০১ চনত ৮৮২ গেলন খাৰুৱা তেলৰ পৰা ১৯০৫-১৯০৬ চনৰ ভিতৰত ২৭৩৩ গেলেনলৈ বৃদ্ধি পালে। চাহৰ বাকচ আৰু আন আন কামৰ বাবে চাহ বাগিচাৰ আশে পাশে কাঠৰ মিল স্থাপন কৰা হল। ১৯০১ চনৰ ভিতৰত এনেকুৱা ১৪টা প্লাইউড কাৰখানাৰ সহায়ত চাহৰ বাকচ তৈয়াৰ কৰা হয়। এইদৰে দেখা যায় যে কয়লা, তেলআৰু

প্লাইউড কাৰখানা স্থাপন কৰিবলৈ ১৯০০ চনৰ ভিতৰত বৃটিছসকলে যথাক্রমে ৫.৪ নিযুত টকা, ৪.৬ নিযুত টকা আৰু ১ নিযুত টকা ব্যয় কৰিছিল। এইদৰে দেখা যায় যে বৃটিছসকলে বিভিন্ন দিশত ব্যাপক পৰিমাণৰ মূলধন নিয়োগ কৰিছিল আৰু অসমৰ অৰ্থনৈতিক জীৱনৰ নতুন ভেটি স্থাপন কৰিছিল। চাহশিল্পী গঢ়ি তুলিবলৈ ইংলেণ্ডৰ পৰা চাহাবসকল আহিল। ভাৰতৰ বিভিন্ন প্রদেশৰ পৰা চাহশ্ৰমিকসকল আহিল। বংগদেশৰ পৰা অলপ শিক্ষিত বঙালী কেৰাণী, মহৰী আদি আহিল। নানা ধৰণৰ ব্যৱসায় কৰিবলৈ মাৰোৱাৰী সম্প্রদায় আহিল। বেঙ্ক ব্যৱসায়ী সকলো আহিল। অসম, বংগদেশ আৰু ইংলেণ্ডৰ মাজত ব্যৱসায়ীক-বাণিজ্যিক লেন-দেন আৰম্ভ হ'ল। এইদৰেই দেখা যায় অসমৰ নতুন অৰ্থনীতিৰ ভেটি চাহশিল্পক কেন্দ্ৰ কৰি গঢ়ি উঠিল। চাহ শিল্প এই নতুন অৰ্থনীতিৰ অগ্ৰদূত। এই নতুন অৰ্থনীতিৰ জন্যই অসমীয়া সৰ্বসাধাৰণ খেতিয়ক ৰাইজৰ দুৰ্দশা বৃদ্ধিহে কৰিছিল বুলি জনাযায়।

বৃটিছ চৰকাৰে ইংৰাজ চাহ খেতিয়ক সকলৰ চাহখেতিৰ সম্প্রসাৰণৰ বাবে সকলো সহায় আগবঢ়াইছিল, কিন্তু থলুৱা খেতিয়কৰ বৃদ্ধি ব্যৱস্থাৰ উন্নতিৰ বাবে কোনো ব্যৱস্থা লোৱা নাছিল। ভাল ভাল মাটি চাহ খেতিয়কক দিয়া হ'ল। চৰণীয়া পথাৰো দিয়া হ'ল আৰু ইয়াৰফলত অসমীয়া থলুৱা খেতিয়ক সকল উচ্ছেদ হ'ল। উজনি অসমৰ লক্ষীমপুৰ জিলাত বাস কৰা মৰাণ, মটক জাতিৰ মানুহৰ দুৰ্দশাই কুলাই পাচিয়ে নধৰা হ'ল। অসমৰ গাৱঁলীয়া খেতিয়ক ৰাইজৰ গৰু-ম'হ চৰাবলৈ পথাৰ নাইকিয়া হ'ল। এখন পুৰণি কাকতত শ্ৰীমুনাং ইলখাৰটক নামৰ এজন মানুহে এটা লোকগীতত এইদৰে বৰ্ণনা কৰিছে:

ডালকিন চাহাবে উজাই আহিলে
গছৰ পাত এভাজি খায়,
ডালকিন চাহাবে ধেঙৰ আনি চলালে
আলু কচু পাবলৈ নাই॥

'গছৰ পাত এভাজি খায়' বুলি চাহখোৱা কথাকে বুজাইছে। অসমীয়া সমাজে চাহখোৱা কথাটো নতুনকৈহে জানিছিল। ধেঙৰ শব্দৰে চাহবনুৱাক বুজাইছিল, আলু-কচু নাই অৰ্থই নিশ্চয় আলু কচু যি মাটিত কৰা হৈছিল সেই মাটি চাহ খেতিয়ে গ্ৰাস কৰাকে বুজাইছে।

চাহ খেতিৰ আৰম্ভণিত চাহ বাগিচাত অসমীয়া মানুহে কাম কৰিবলৈ নহাত চাহ খেতিয়কসকলে ইংৰাজ চৰকাৰক মাটিৰ খাজানা বৃদ্ধি কৰিবলৈ



পৰামৰ্শও আগবঢ়াইছিল যাতে অসমীয়া মানুহে অধিক উপাৰ্জনৰ কাৰণে বাগিচাত কাম কৰিবলৈ বাধ্য হয়।

স্বাধীনতাৰ পিছত অসমৰ অৰ্থনৈতিক জীৱনত চাহ শিল্পই যি এক গুৰুত্বপূৰ্ণ আৰু সুদূৰ প্ৰসাৰী প্ৰভাৱ আনিব লাগিছিল, তেনে প্ৰভাৱ অসমত পৰা নাই।

অসমৰ চাহে আজি অসম আৰু অসমীয়াক যিমান উপকাৰ কৰিব লাগিছিল তেনে উপকাৰ কেন্দ্ৰীয় অৰ্থনীতি আৰু ৰাজনীতিৰ কাৰণে অসম বাসীয়ে চাহশিল্পীৰ সুফল পোৱা নাই। ভাৰতে বিদেশলৈ ৰপ্তানী কৰা মুঠ চাহৰ শতকৰা ৫৫ ভাগ অসমৰ চাহ ৰপ্তানী কৰে, ইয়াৰ বিনিময়ত অসম চৰকাৰে কেন্দ্ৰীয় চৰকাৰৰ পৰা কি পায়।

কোৱা হয় যে চাহশিল্পই আটাইতকৈ বেছি কৰ-কাটল দিয়া শিল্প উদ্যোগ। অসম চৰকাৰে ১৯৮৯ চনৰ ডিচেম্বৰ মাহত কৃষি আয়কৰ টকাত আগৰ ৭৫ পইচাৰ পৰিবৰ্তে ৮৩ পইচালৈ বৃদ্ধি কৰে আৰু এই বৰ্দ্ধিত কৰ ২৭-১২-৮৯ তাৰিখৰ পৰা কাৰ্যকৰী হয়। এই বছৰতে চৰকাৰে অসমৰ চাহ বাগিচাৰ মাটিৰ খাজনা পাঁচ গুণলৈ বৃদ্ধি কৰে। ইয়াৰ উপৰিও অসম চৰকাৰে, কেঁচা পাতৰ প্ৰতি কেজিত ০.৫০ পইচাকৈ নতুনকৰ সমূহৰ উপৰিও গুৱাহাটী নিলাম বজাৰত বেচা চাহৰ ওপৰত (ৰপ্তানীৰ বাবে ৰখা চাহৰ বাদে) ২% টকাকৈ বিক্ৰীকৰ বান্ধি দিয়ে।

কৃষি কৰ, বিক্ৰীকৰ, মাটিৰ খাজনা, কেঁচাপাতৰ ওপৰত থকা কৰ, স্থানীয় আয়কৰ, চেচকৰ আদি লগলগাই অসম চৰকাৰে ১৬০.০০ কোটি টকা পায়; অৰ্থাৎ অসম চৰকাৰে ৰাজহৰ মুঠ উপাৰ্জনৰ ৩৪% চাহশিল্পৰ যোগেদি পায়। দেখা গৈছে চাহশিল্পই তুলনামূলকভাবে অন্য শিল্প উদ্যোগতকৈ চৰকাৰক ২৪% অধিক কৰ দিছে। ইয়াৰ উপৰিও চাহশিল্পই কেন্দ্ৰীয় চৰকাৰক আবকাৰী কৰ (কেজিত ৪৪-১.৫০ পইচা) আয়কৰ, চাব চাৰ্জ আদি দিব লাগে। এইদৰে দেখা যায় চাহশিল্পই অসম আৰু কেন্দ্ৰীয় চৰকাৰক নানা ধৰণৰ কৰ-কাটল দিব লাগে (চাহশিল্প সন্দৰ্ভত প্ৰাসঙ্গিক চিন্তা, আৰ্থিকদিশ, শ্ৰী ধীৰাজ দাস, অগ্ৰদূত, ৯ অক্টোবৰ, ১৯৯১)। অসমত চাহৰ উৎপাদন বঢ়াবলৈ আৰু এই ক্ষেত্ৰত চাহ খেতিয়কক উৎসাহ-উদ্দিপনা দিবলৈ অসমৰ ৰাজ্যপালে কৃষি আয়কৰ, আবকাৰী কৰ আদি কিছু হ্ৰাস কৰাৰ প্ৰয়োজনিয়তাৰ বিষয়ে কয় আৰু উৎপাদন বৃদ্ধিতসহায় কৰা কিছু সুবিধা দিয়াৰ পৰামৰ্শও দিয়ে। (The N.E.Times, 12.4.93)

অসম চৰকাৰে কৃষি আয়কৰ হিচাপে চাহ উৎপাদনৰ লগত সংগতি ৰাখি প্ৰকৃততে কিমান আয় কৰে বুজিবলৈ টান। আশীৰ দশকৰ পৰাই অসমত চাহ উৎপাদন বৃহৎ পৰিমাণৰ হৈ পৰাৰ লগে লগে কৃষি আয় কৰো চৰকাৰে অধিক পোৱাৰ যুক্তি আছে। কিন্তু অৰ্থনৈতিক বিশ্লেষণে সেই ইংগিত নিদিয়ে। ১৯৮৫-৮৬ চনত ৰাজ্য চৰকাৰে চাহৰপৰা কৃষি আয়কৰ হিচাপে পোৱা ৰাজহৰ পৰিমাণ ৬০-৬১ কোটি (অসমৰ উৎপাদন, ৩৫৩ নি,কি, গ্ৰাম) ১৯৮৬-৮৭ চনত হয় গৈ ৬২ কোটি টকা (উৎপাদন, ৩৩৬ নি,কি, গ্ৰাম) কিন্তু ১৯৮৭-৮৮ চনত ৰাজহৰ পৰিমাণ আচৰিত ধৰণে ২৫.৮৮ কোটি টকালৈ নামিল (উৎপাদন, ৩৬৯ নি,কি,গ্ৰাম) আৰু ১৮৮৮-৮৯চনত প্ৰায় একে পৰিমাণৰ, ২৬.৯৮ কোটি টকা (উৎপাদন,৩৭২ নি,কি,গ্ৰাম) ৰাজহ হিচাপে পায় (ড: ভূবন বৰুৱা চাহ উদ্যোগে অসমৰ ৰাজকোষলৈ কি দিছে ? (দৈনিক জনমভূমি, ২৮/৭/৯০) ABITA ৰ এক বিজ্ঞাপনৰ মতে দৈনিক জনমভূমি, ২০/১০/৯০) ১৯৮৯-৯০ চনত অসম চৰকাৰে ১৩০ কোটি টকা ৰাজহ হিচাপে পায় বুলি জনায়। গতিকে অসম চৰকাৰৰ প্ৰকৃত আয় সতৰ্ক ব্যক্তিয়েহে জনাব পাৰিব।

চাহশিল্পই অসমৰ নিবনুৱা সমস্যা সমাধান কৰোতেও আগভাগ ল'ব পৰা নাই। বৃটিছৰ যুগত কেৰাণী, মহৰী, মেনেজাৰ আদিচাকৰিত অসমীয়া লোকে নিযুক্তি পাইছিল কিন্তু ভাৰতীয় মালিকৰ হাতত পৰি থলুৱা যুৱকে এই নিযুক্তিত অগ্ৰাধিকাৰ হেৰুৱাইছিল। বৰ্তমান এই চাহ কোম্পানী সমূহে থলুৱা লোকক বিভিন্ন চাকৰিত নিযুক্তিৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিব ধৰিছে।

## চাহৰ বেচা-কিনা

চাহৰ ব্যৱসায় বা বেচা-কিনা এক জটিল দীঘলীয়া, বিষয়। আমাৰ বহুতৰে বাবে এক বুজিব নোৱাৰা বিষয়। 'চাহ' বাগিচাৰ পৰা প্ৰস্তুত হৈ গ্ৰাহকৰ ওচৰলৈ আহোঁতে তিনিটা প্ৰধান স্তৰেৰে আহিব লগা হয়। আমাৰ অন্য কৃষিজাত সামগ্ৰীৰ দৰে গ্ৰাহকে কিনিবলৈ নাপাই বা চাহ খেতিয়কজনে উৎপাদন কৰা সমুদায় চাহ নিলাম কেন্দ্ৰত নিলাম পদ্ধতিৰেহে বেচিব পাৰে। চাহ গ্ৰাহকক নিজে নিজে বেচিব নোৱাৰে। চাহৰ ব্যৱসায় বা কাৰ্যকলাপ তিনিভাগত বিভক্ত। এই তিনিভাগত তিনি শ্ৰেণীৰ মানুহে সমন্বয়ৰ আৰু বুজাবুজিৰ মাজেৰে কাম কৰে। (১) প্ৰথম হ'ল, ক'লাচাহ প্ৰস্তুত কৰা চাহ খেতিয়ক বাগিচাৰ মালিক



সকল (২) চাহৰ বেচা-কিনা কৰাত সহায় কৰা ব্ৰকাৰসকল, এই ব্ৰকাৰসকলে চাহখেতিয়ক, ভড়াঁলৰক্ষক আৰু কিনোঁতাৰ সমন্বয় ৰাখে আৰু (৩) চাহৰ পাইকাৰী কিনোঁতা আৰু খুচুৰা বিক্ৰী কৰা বেপাৰীসকল। এইসকল অতি বিখ্যাত নামেৰে আমাৰ মাজত পৰিচিত, এইসকল হল, ব্ৰুকবণ্ড, লিপটন, টাটা টি ইত্যাদি। অৰ্থাৎ চাহৰ মূল ব্যৱসায়টো গোটেই পৃথিৱীতে তৃতীয় শ্ৰেণীটোৱে বিয়পাই দিয়ে আৰু নিয়ন্ত্ৰণ কৰে। ইয়াতেই লাখ লাখ টকাৰ চাহ লেন-দেন হয়। এইখিনিতে আমাৰ প্ৰশ্ন হয়, চাহখেতিয়কসকলে কিয় নিজে নিজে তেওঁলোকৰ উৎপাদিত চাহ বজাৰত প্ৰত্যক্ষৎ ভাবে বেচিব নোৱাৰে। জানিবপৰা মতে চাহ খেতিয়কসকলে তেওঁলোকৰ উৎপাদিত চাহৰ ৭৫ ভাগ চাহ নিলাম কেন্দ্ৰৰ যোগেদি বেচিবলৈ বাধ্য; বাকী ২৫% তেওঁলোকে নিজে বেচিব পাৰে। খুচুৰা বজাৰৰ প্ৰধান চাবি-কাঠি চাহখেতিয়কসকলৰ নাই, চাহ কিনোঁতা ব্ৰকাৰসকলে পাইকাৰী দৰত কিনে আৰু বিক্ৰী কৰোঁতে ব্যৱসায় দৰত কিনে আৰু বিক্ৰী বজাৰত অংশ গ্ৰহণ কৰে। মুকলি বজাৰত চাহ বিক্ৰী কৰোঁতা শ্ৰেণীটোক পুনৰ দুভাগত ভগাব পাৰি। প্ৰথম বিধে প্ৰধানকৈ পেকেট চাহৰ ব্যৱসায় কৰে; যেনে ব্ৰুকবণ্ড ৰেড লেবেল, টাটা টিৰ তাজ, লিপটনৰ-টাইগাৰ) দ্বিতীয় বিধে বজাৰত খুচুৰাকৈ বেচে; অৰ্থাৎ খোলা চাহ। এই শ্ৰেণীয়ে দোকানত চাহ ওজন কৰি বেচে। বজাৰত চাহৰ দাম চাহখেতিয়কে নিৰ্ণয় নকৰে, চাহৰ দাম ব্ৰুকবণ্ড, লিপটন আদিয়েহে ঠিক কৰে। (চাহ উদ্যোগ আৰু অসম, শ্ৰীগৌতম প্ৰসাদ বৰুৱা, অগ্ৰদূত, ১১ এপ্ৰিল ১৯৯৩)।

চাহৰ মানদণ্ড (quality)ৰ ওপৰত নিৰ্ভৰ কৰি চাহৰ মূল্যাঙ্কন কৰা হয়। চাহ পৰীক্ষা কৰি মূল্য নিৰ্দ্ধাৰণ কৰিবলৈ এক বিশেজ্ঞ থাকে, এওঁলোকক সাধাৰণতে "টি টেষ্টাৰ" (Tea Taster) বোলে।

## চাহপাতৰ মানদণ্ড

চাহপাতৰ মানদণ্ড (quality) চাহপাতৰ দুটা প্ৰধান উপাদানৰ ওপৰত নিৰ্ভৰ কৰে। চাহ খাওঁতাই চাহ কিনিবৰ সময়ত চাহৰ গোন্ধ আৰু জীভাত চাহে দিব পৰা সোৱাদৰ ওপৰত ভিত্তি কৰি বেচোঁতাৰ লগত কথা পাতি গ্ৰাহকে চাহ কিনে বা কিনিবলৈ মন নকৰে। চাহপাতৰ মানদণ্ড চাহপাতত থকা বহু ৰাসায়নিক উপাদানৰ ওপৰত নিৰ্ভৰ কৰে। দেশে দেশেৰা কোম্পানী বোৰে নিজৰ নিজৰ চাহ বেলেগ বেলেগ ধৰণেৰে প্ৰস্তুত কৰে। সেয়ে এইদৰে প্ৰস্তুত কৰা চাহৰ মানদণ্ড বেলেগ বেলেগ হয়। কিন্তু চাহৰ মানদণ্ড নিৰ্ণয়

কৰোঁতে চাহ পাতৰ তৃপ্তিৰ মূল্য খাওঁতাৰ জিভা আৰু নাকে মুখ্য অংশ গ্ৰহণ কৰে। চাহপাতৰ সকলো উপাদান সেয়ে প্ৰধানকৈ দুভাগত ভগাব পাৰি। প্ৰথম হ'ল ঘ্ৰাণ সম্বন্ধীয় এই শ্ৰেণীৰ ৰাসায়নিক দ্ৰব্যসমূহ বৰ উদ্ধায়ী (volatile) আৰু আন শ্ৰেণীৰ ৰাসায়নিক যৌগসমূহ জীভাস্পৰ্শী বা অউদ্ধায়ী (nonvolatile)। সেয়ে চাহ খাওঁতাক এই দুই শ্ৰেণীৰ ৰাসায়নিক দ্ৰব্যবোৰে প্ৰভাৱিত কৰে। চাহে প্ৰথমে জিভা আৰু নাকত ক্ৰিয়া কৰি শৰীৰৰ স্নায়ুতন্ত্ৰ (nervuous system) সক্ৰিয় আৰু উত্তেজিত কৰে। সেয়ে আমি শেষত চাহ খোৱাৰ তৃপ্তি অনুভৱ কৰোঁ। চাহৰ অপূৰ্ব সোৱাদ বহু কথাৰ ওপৰত নিৰ্ভৰ কৰে যদিও চাহ তৈয়াৰ কৰোঁতে লব লগা সাৱধানতাৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে। উপযুক্ত উতলা পানী, চাহপাতৰ পৰিমাণ, চেনী আৰু গাখীৰৰ উপযুক্ত পৰিমাণৰ ওপৰত বহুখিনিনিৰ্ভৰ কৰে। নাকত প্ৰভাৱিত কৰা ৰাসায়নিক যৌগসমূহক সুগন্ধি যৌগ (aroma complex) ৰ অন্তৰ্ভূক্ত বুলি জনা যায়। বিভিন্ন গোন্ধ আৰু সৌৰভৰ ক্ষেত্ৰত প্ৰায় ৬০০ মান এনে ৰাসায়নিক দ্ৰব্য চাহপাতত থাকে বুলি জনা গৈছে আৰু নতুন নতুন ৰাসায়নিক দ্ৰব্য পাতত পাই থকা গৈছে। চাহপাতত থকা গোন্ধ মুখ্যত: দুই শ্ৰেণীৰ ৰাসায়নিক যোগই প্ৰভাৱিত কৰে। প্ৰথম বিধ যৌগ পাতখিলাবৃদ্ধি হোৱাৰ সময়ত পাতত থকা কোষত নিজে নিজে সৃষ্টি হয় আৰু দ্বিতীয়বিধ যৌগ চাহপাত তৈয়াৰ কৰোঁতে পাতত স্বাভাৱিকতে থকা ৰাসায়নিক যৌগসমূহৰ বিভিন্ন পৰিবৰ্তন হৈ শেষত তৈয়াৰ হোৱা চাহৰ স্থায়ী গোন্ধ অৰ্পণ কৰা কিছুমান ৰাসায়নিক যৌগসমূহ প্ৰধানকৈ এলকহল (alcohol) শ্ৰেণীৰ, কিছুমান এনে ৰাসায়নিক যৌগ হ'ল-2-2- penten-1-01, n-hexanol, 2-3-hexen-1-01. নিৰল (nerol) জিৰানিয়ল (geraniol) ইত্যাদি। চাহপাত ছিঙাৰ পাচতে বিভিন্ন ইনজাইমৰ পৰিবৰ্তন হব ধৰে আৰু ইয়াৰ ফলত কিছুমান এনে ৰাসায়নিক যৌগৰ মাত্ৰা বাঢ়ে আৰু কিছুমানৰ কমে। দ্বিতীয় বিধ ৰাসায়ানিক যৌগসমূহ চাহ তৈয়াৰ কৰোঁতে যেনে লেৰেলীকৰণ (withering), পাতমৰা(rolling), ফাৰ্মেন্টেচন (fermentation), শুকন (drying) আদি স্তৰসমূহত তৈয়াৰ হয়। এই ধৰণৰ ৰাসায়নিক যৌগসমূহ কেৰটিন, এমাইন, এচিদ, অসংপৃক্ত চৰ্বি (unsaturatted fatty acids) আৰু লিপিদ (তেল) জাতীয় ৰাসায়নিক যৌগসমূহৰ বিভিন্ন পৰিবৰ্তন হৈ শেষত চাহপাতৰ স্থায়ী গোন্ধ দিব ৰাসায়নিক যৌগৰ সৃষ্টি হয়।



চাহে জিভাত দিয়া সোৱাদ আৰু চাহৰ ৰং বহু ৰাসায়নিক যৌগৰ ওপৰত নিৰ্ভৰ কৰে। এনে ধৰণৰ ৰাসায়নিক যৌগসমূহ আগতে বিভিন্ন পৰিবৰ্তন হোৱা অন্য ৰাসায়নিক পদাৰ্থৰ মুঠ যৌগিক ক্ৰিয়াৰ পলত পোৱা হয়। এনে ধৰণৰ ৰাসায়নিক যৌগ সমূহ সাধাৰণতে অউদ্ধায়ী (nonvolatile) চাহপাতত থকা বিভিন্ন পলিফেনল (Polyphenol), ফ্লেভনল (flavonol) ঠিয়া ফ্লেভিন (Thea-flavin), ঠিয়াৰু বিজিন (Thearubigins) আদি বহু জটিল ৰাসায়নিক যৌগ সমূহৰ বহু পৰিবৰ্তন হয় আৰু চাহপাতৰ জিভাত দিয়া সোৱাদ আৰু "শক্তি" (Strength) নিৰ্ণয় কৰে। চাহপাতৰ নাকত দিয়া গোন্ধ আৰু জিভাত দিয়া সোৱাদৰ ৰাসায়নিক যৌগ সমূহ ঋতুভেদে পৰিবৰ্তন হয়। ইয়াৰ উপৰিও গছৰ ছাঁ, ৰ'দ আৰু বিভিন্ন কৃষি পদ্ধতি, যেনে— সাৰ দিয়া, কলম কৰা আদি বিভিন্ন কৃষি কৰ্মৰ ওপৰতো নিৰ্ভৰ কৰে।

# চাহৰ বেপাৰ আৰু গুৱাহাটী নিলাম বজাৰ

চাহৰ বজাৰত নিজকে সুপ্ৰতিষ্ঠিত কৰিবলৈ হ'লে যথেষ্ট ব্যৱসায়ীক বুদ্ধি আৰু অভিজ্ঞতাৰ প্ৰয়োজন। চাহ যিহেতু এক আন্তৰ্জাতিক পানীয় সেয়েহে আন্তৰ্জাতিক চাহৰ বজাৰত নিজকে সুপ্ৰতিষ্ঠিত কৰিবলৈ হলে চাহৰ বিভিন্ন দিশৰ বিষয়ে বিভিন্ন কথা বিতংকৈ জনা প্ৰয়োজন। ইয়াৰ বাহিৰেও চাহ ব্যৱসায়ত জড়িত সকলো শ্ৰেণী কৰ্মচাৰীৰ সততা, নিয়মানুবৰ্তিতা আৰু কাৰ্যদক্ষতাও প্ৰয়োজন।

চাহৰ বেচা কিনা প্ৰধানকৈ ৰাজহুৱা নিলামৰ যোগেদিয়ে হয়। চাহৰ নিলাম পদ্ধতি এশ বছৰতকৈও পুৰণা। ইষ্টইণ্ডিয়া কোম্পানীয়ে চীন দেশীয় চাহৰ ব্যৱসায় কৰোঁতে ১৮৩৩ চনৰ আগলৈকে লণ্ডনৰ ইষ্ট ইণ্ডিয়া হাউছত চাহৰ নিলাম হৈছিল। ইয়াৰ পাছত চাহৰ বজাৰ মিনচিং লেনলৈ উঠি আহে আৰু মিনচিং লেন পৃথিৱীৰ ভিতৰত চাহৰ বেপাৰৰ মুখ্য কেন্দ্ৰ হৈ পৰে। ইয়াৰ পাছত কলিকতাত ১৮৬১ চনত আৰু কলম্বোত ১৮৮৩ চনত চাহৰ নিলাম বজাৰ মুকলি কৰা হয়। ১৯৪৭ চনত কোচিনত অন্য এক নিলাম বজাৰ, মুকলি কৰা হয়। যদিও অসম পৃথিৱীৰ বৃহত্তম চাহখেতি অঞ্চল তথাপি ১৯৭০ চনৰ আগলৈকে অসমত চাহৰ নিলাম বজাৰ গঢ়ি উঠা নাছিল। ১৯৭০ চনৰ ছেপ্তেম্বৰ মাহৰ পৰা গুৱাহাটীত চাহৰ নিলাম বজাৰ খোলা হয়। এই মাহৰ ২৫ তাৰিখৰ পৰা গুৱাহাটী ষ্টেডিয়ামৰ অতিথিশালাৰ কনফাৰেন্স কমত চাহৰ নিলাম হ'ব ধৰে। ১৯৭০ চনৰ চেপ্তেম্বৰ মাহৰ ২৫ তাৰিখৰ পৰা গুৱাহাটী নিলাম বজাৰত চাহ বেচা কিনা আৰম্ভ হয়। কেইবাজনো ব্যক্তিৰ চেষ্টাত বহুতো বাধা বিঘিনী আৰু অসম বিৰোধী এক শ্ৰেণী ব্যৱসায়ী আৰু ৰাজনৈতিক নেতাৰ বিৰোধিতা স্বত্বেও গুৱাহাটীত এক নিলাম বজাৰ মুকলি কৰা হয়। সেই সময়ৰ বিত্তমন্ত্ৰী কে,পি ত্ৰিপাথিৰ সুযোগ্য আৰু বলিষ্ঠ পদক্ষেপৰ বাবে গুৱাহাটী নিলাম বজাৰ জন্ম হ'ল। ত্ৰিপাথি কিদৰে বাধাৰ সন্মুখীন হৈছিল তলৰ কথাৰ পৰা বুজিব পাৰি।

"After multifarious consultations with tea interests in Calcutta the first Meeting to start the Gauhati Auction Centre was held in May 1970 in Shillong. The brokers and purchasers from Calcutta attended. Sri B.P. Chaliha and myself



appealed to them to agree for setting up an auction centre at Gauhati. There was opposition from West Bengal particularly the Union of Warehouses"

অসমত উৎপাদিত চাহ আগতে কলিকতাতেই বিক্ৰী কৰা হৈছিল আৰু এই বিক্ৰীৰ জৰিয়তে বংগ চৰকাৰ উপকৃত হৈছিল বা এতিয়াও হৈ আছে। গুৱাহাটী নিলাম বজাৰ মুকলি কৰাৰ লগে লগে এই নিলাম বজাৰে অসমৰ অৰ্থনৈতিক জীৱনত এক গধুৰ প্ৰভাব পেলাব বুলি চিন্তাশীল লোক সকলে ভাবিছিল। অসমত নিলাম বজাৰ হোৱা বাবে কলিকতাৰ নিলাম বজাৰত চাহৰ নিলামৰ পৰিমাণ কমি আহে। অসমত উৎপাদিত চাহৰ উপৰিও উত্তৰ বংগৰ ডুৱাৰ্চ, বিৰাই, দাৰ্জিলিং আৰু ত্ৰিপুৰাৰ চাহো আহিব ধৰে গুৱাহাটী নিলাম বজাৰখন যাতে সুচাৰুৰূপে চলে তাৰ বাবে উত্তৰ পূৱ সীমান্ত ৰেলৱেই ৰাজ্য চৰকাৰৰ সহযোগত "টিকুইন" নামৰ বিশেষ ৰেল এখন চলাৰ ব্যৱস্থাও কৰিছিল। ৰেলখনে কান্দলা বন্দৰলৈ পোনপটীয়াকৈ আহযাহ কৰিছিল যাতে গুৱাহাটী নিলাম বজাৰত কিনা চাহ পোনে পোনে সাগৰেদি ৰপ্তানী কৰিব পাৰে। এই চাহ পৰিবাহক বিশেষ ৰেলখন চলোৱাত চাহ ক্ৰেতা সকলে অসমৰ বাহিৰৰ অন্য ৰাজ্যত প্ৰবেশ কৰ দিয়াৰ পৰাও ৰেহাই পাইছিল। কিন্তু একশ্ৰেণী ব্যৱসায়ী আৰু তেওঁলোকৰ সহযোগী এদল বংগবাসী লোকৰ চক্ৰান্তত গুৱাহাটী নিলাম বজাৰ গা কৰি উঠিব পৰা নাছিল। এওঁলোকৰ বহুতে গুৱাহাটীত থকা মেলাৰ অসুবিধাত হোটেলৰ অসুবিধা, পৰিবহনৰ অসুবিধাত গুদামঘৰৰ অসুবিধাত বেঙ্কৰ অসুবিধা, বৈদেশিক মুদ্ৰা বিনিময়ৰ অসুবিধা আদি দেখুৱাই তেওঁলোকে গুৱাহাটী নিলাম বজাৰ বন্ধ কৰাত যুক্তি দাঙি ধৰিছিল। বৰ্তমান গুৱাহাটীত ভাল হোটেল আছে, ব্ৰডগজ ৰেল সম্প্ৰসাৰিত হৈছে, বিমান পৰিবহন আৰু পথ পৰিবহনো উন্নত হৈছে। চাহৰ বাকছ যাতে সোনকালে ৰপ্তানী কৰিব পাৰি তাৰ বাবে আমিনগাঁৱত ১০ কোটি টকা ব্যয় কৰা হৈছে। এই বন্দৰৰ যোগেদি পোপটীয়াকৈ বিদেশলৈ চাহৰ ৰপ্তানী কৰিব পৰা যাব আৰু ইয়াৰ ফলত অসমে ৰাজহৰ পৰা উপকৃত হৈছে।

আমিনগাঁৱত এই বন্দৰক কেন্দ্ৰ কৰি এখন চাহ চহৰ গঢ়ি উঠিছে। অসমৰ অৰ্থনীতিত এই বন্দৰে এক গুৰুত্বপূৰ্ণ অৰিহণা যোগাব বুলি আশা কৰা হৈছে। গুৱাহাটীত নিলাম বজাৰত কেইবাটাও দালাল কোম্পানীয়ে পঞ্জীভুক্ত হৈ অংশ গ্ৰহণ কৰি আছে। কেইবাটাও বিখ্যাত কোম্পানীয়ে ইয়াত অংশ গ্ৰহণ কৰে

উদাহৰণ স্বৰূপে জে থমাচ এণ্ড কো:, কেৰিট মৰাণ এণ্ড কো:, এছোচিয়েটেড ব্ৰকাৰচ প্ৰাইভেট লিমিটেড ইত্যাদি। ইয়াৰ উপৰিও থলুৱা দুটা ব্যৱসায়ী প্ৰতিষ্ঠানেও অংশ গ্ৰহণ কৰে। এই দুটা হ'ল ইষ্টাৰ্ণ টি ব্ৰকাৰ্চ আৰু আচাম টি ব্ৰকাৰচ। গুৱাহাটী নিলাম বজাৰত ১৯৭৫-৭৬ চনত মুঠ ১১২ জন গ্ৰাহক কোম্পানীয়ে পঞ্জীভুক্ত কৰে। ইয়াৰে ৪৫টা কোম্পানীৰ কলিকতাত তেওঁলোকৰ পঞ্জীভুক্ত কাৰ্যালয় আছে আৰু কিছুমানৰ কলিকতাৰ উপৰিও বম্বে আৰু আহমেদাবাদত তেওঁলোকৰ কাৰ্যালয় আছে। গুৱাহাটী নিলাম বজাৰত বিখ্যাত গ্ৰাহক কোম্পানী কেইটা হ'ল— ব্ৰুকবেণ্ড ইণ্ডিয়া লিমিটেডত লিপটন ইণ্ডিয়া লিমিটেড আৰু টি ট্ৰেডিং কৰ্পৰেচন অব ইণ্ডিয়া। এতিয়ালৈকে গুৱাহাটী নিলাম বজাৰত ব্ৰুক বেণ্ড ইণ্ডিয়া লিমিটেডেই বৃহত্তম গ্ৰাহক বুলিব পাৰি। টি ট্ৰেডিইং কৰ্পৰেচনে কেৱল সৈন্য বাহিনী আৰু নৌবাহিনীৰ বাবেহে চাহ কিনে। টাটা ফিনলে নামৰ অন্য এক কোম্পানীয়েও এই বজাৰত অংশ গ্ৰহণ কৰে।

১৯৯১ চনত গুৱাহাটী নিলাম বজাৰত কিনা চাহপাতৰ ভিতৰত ব্লেণ্ডাৰ শ্ৰেণী ব্যৱসায়ী (blender) ৫২% ৰপ্তানী (exporter) শ্ৰেণীৰ ব্যৱসায়ীয়ে ১৩%। পশ্চিম ভাৰতে ১২%, মধ্য ভাৰতৰ ব্যৱসায়ী গোষ্ঠীয়ে ৩%, থলুৱা ব্যৱসায়িয়ে ১০% আৰু উত্তৰ ভাৰতৰ ব্যৱসায়ীয়ে ১৫% চাহ ক্ৰয় কৰে। এই বছৰতে (১৯৯১) অসমে ৭০ নিযুত কেজি অৰ্থদণ্ড চাহ উৎপন্ন কৰে; কিন্তু ইয়াৰে মাত্ৰ ৩ নিযুত কেজি চাহহে গুৱাহাটী নিলাম বজাৰত বেচা যায়। ইমান কম পৰিমাণৰ চাহ কিয় ইয়াত বেচা গ'ল বা বাকী ৬৭ নিযুত কেজি চাহ, কি হ'ল, সেই বিষয়ে বিশ্লেষণ কৰিবলৈ ৰাজ্যপাল শ্ৰীলোকনাথ মিশ্ৰই পৰামৰ্শ আগবঢ়াইছিল। (The N.E.Times , 12.4.92)। গুৱাহাটী নিলাম বজাৰে ১৯৮৩ চনত ২২.৬৯ নিযুতৰ পৰা ১৯৯২ চনত ১৪৭.৪৪ নিযুত, কেজি চাহ নিলাম কৰি এক অভিলেখ সৃষ্টি কৰে। বৰ্তমান গুৱাহাটী চাহ নিলাম বজাৰত যথেষ্ট মূল্যৰ চাহপাত কিনা-বচো চলে আৰু বৰ্তমান গুৱাহাটী চাহ নিলাম বজাৰ পৃথিৱীৰ ভিতৰত বৃহত্তম চি টি চি চাহ নিলাম বজাৰ।

অসমত চাহৰ ৰপ্তানীৰ কাৰণে অসমতে ৰপ্তানি ভৱন (Export House) স্থাপন কৰাটো উচিত আছিল, কিন্তু এনে কাৰ্যালয় বা এনে বাণিজ্য কেন্দ্ৰ অসমত নথকাত অসমৰ চাহ বম্বে, কলিকতা আৰু দিল্লীত থকা ৰপ্তানী কেন্দ্ৰৰ যোগেদি বিদেশলৈ ৰপ্তানী হৈছে। অসমত এনে ধৰণৰ বাণিজ্য কেন্দ্ৰ নথকাত



অসম চৰকাৰ বিভিন্ন ৰাজহৰ যোগেদি বঞ্চিত হ'ব লগা হৈছে। অসমত উৎপাদিত চাহৰ যোগেদি পশ্চিমবংগই ৬ বিধ ৰাজহেৰে উপকৃত হৈছে। অসমৰ ৰপ্তানী কাৰ্যালয় হোৱা হ'লে বহুতো থলুৱা যুৱক-যুৱতীয়ে নিযুক্তি পোৱাত সুবিধা হ'লহেঁতেন আৰু অসমত চাহৰ বজাৰ শক্তিশালী হৈ উঠিলহেঁতেন। বৰ্তমান পৃথিৱীৰ বহুতো ঠাইত ভাৰতীয় চাহৰ জনপ্ৰিয়তা আৰু চাহিদা বৃদ্ধি কৰিবলৈ বিভিন্ন সোৱাদৰ বিভিন্ন মূল্যৰ চাহ তৈয়াৰ কৰাৰ প্ৰস্তুতি চলিছে। ইনচ্‌টেন্টটি, গ্ৰীণটি, টি, বেগত সুগন্ধি চাহ, বিভিন্ন গুণা গুণৰ চাহ (Value added tea) আদি কিছুমান বিশেষ বিশেষ শ্ৰেণীৰ চাহ পৃথিৱীৰ বিভিন্ন দেশত জনপ্ৰিয় হৈ পৰিছে। এনে ধৰণৰ চাহৰ প্ৰস্তুত কৰাৰ বাবে গৱেষণা কেন্দ্ৰ বা এনে ধৰণৰ চাহ বনাবৰ বাবে অসমত ফেক্টৰী গঢ়ি উঠা নাই। আন্তৰ্জাতিক বজাৰত ব্ৰুকবণ্ড টি কোম্পানীয়ে এই ক্ষেত্ৰত বিশেষ কৃতকাৰ্যতা লাভ কৰিছে। এই কোম্পানীৰ ভাৰতবৰ্ষত ৭টা কাৰখানা আছে। এই কাৰখানা নাগপুৰ, কলিকতা, জামন নগৰ, হাইদাবাবাদ, ঘটিকেশ্বৰ, কইমবাটুৰ আৰু আগ্ৰা চহৰত গঢ়ি উঠিছে।

# অসম চাহ নিগম

অসমত উৎপাদিত হোৱা অধিকাংশ চাহৰ বজাৰকৰণ আৰু চাহবাগিচা সমূহৰ ৰক্ষণাবেক্ষণৰ প্ৰতি লক্ষ্য ৰাখি ১৯৭০ চনত অসম বিধান সভাত অসমত এটি চাহ নিগম খোলাৰ কথা ঘোষণা কৰা হয়। এই মৰ্মে বিভিন্ন উদ্যোক্তা সকলৰ সহযোগত ১৯৭২ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখে অসম চৰকাৰৰ দায়িত্বত 'অসম চাহ নিগম' নামৰ এটি ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠানৰ জন্ম হয়। প্ৰকৃততে ১৯৭৩ চনৰ চেপ্তেম্বৰ মাহৰ পৰাহে এই চৰকাৰী খণ্ডৰ নিগমৰ কাৰ্যকাল আৰম্ভ হয়। ১৯৮৫ চনলৈকে নিগমে ১৬খন চাহ বাগিচাৰ দায়িত্ব লয়। চাহ নিগমৰ উদ্দেশ্য: অসম চাহ নিগমৰ মূল উদ্দেশ্যবোৰ হ'ল:

১। নিগমে ৰুগ্ন, দেৱলীয়া হোৱা গাইগুটীয়া মালিকসকলৰ বাগিচা কিনি তাৰ পৰিচালনাৰ দায়িত্ব লোৱা;

২। চাহ কৰ্মীৰ হক ৰক্ষা কৰা, আৰু বাগিচাৰ অৰ্থনৈতিক দিশৰ প্ৰতি সজাগ সৃষ্টি ৰখা আৰু

৩। এই উৎপাদিত চাহ অসম নাইবা অসমৰ বাহিৰত বিক্ৰী কৰা।

অসমৰ চাহ নিগমৰ প্ৰথম বছৰত ০.৫২ লাখ টকা লাভ হয়। ১৯৭৩ চনত লোকচান হয় যদিও ১৯৭৪ চনৰ পৰা ১৯৭৮ চনলৈকে নিগমৰ লাভ হয়। ১৯৭৪ চনত লাভ কৰা লাভাংশৰ ১০ লাখ টকা প্ৰধান মন্ত্ৰী আৰু অসমৰ মুখ্যমন্ত্ৰী সাহায্য পুঁজিলৈ, ৫ টকা বি, বৰুৱা কেন্সাৰ ইন্সটিটিউটলৈ আৰু ৫ লাখ টকা দিছপুৰ চাহ নিলাম কেন্দ্ৰৰ ভৱন নিৰ্মান কৰিবলৈ দান আগবঢ়ায়। প্ৰথম অৱস্থাত অসমৰ চাহে আন্তৰ্জাতিক বজাৰত বেচ সমাদৰ লাভ কৰিছিল আৰু ইয়াৰ উন্নতিত পৰিলক্ষিত হৈছিল। কিন্তু বৰ পৰিতাপৰ ১৯৭৯ চনৰ পৰা ১৯৮৫ চনলৈকে নিগমে লোকচান ভৰে বুলি জনা গৈছে। জানিব পৰা মতে অসম চাহ নিগমে প্ৰতিষ্ঠা হোৱাৰ পৰা ১৯৮৪ চনলৈকে ৮ কোটিতকৈও অধিক টকা লোকচান ভৰে। নিগমৰ বাগিচাত চাহৰ উৎপাদন কম, মানদণ্ড নিম্ন পৰ্যায়ৰ আৰু বজাৰ মূল্য কম। জানিব পৰা মতে ১৯৭৪-১৯৮১ চনৰ ভিতৰত যোৰহাট আৰু গোলাঘাট অঞ্চলত অৱস্থিত চাহ নিগমৰ ৯খন বাগিচাৰ উৎপাদনৰ পৰিমাণ শতকৰা ৮০ ভাগলৈ হ্ৰাস পায়। যিহেতু বেছিভাগ ৰুগ্ন বাগিচাৰ



দায়িত্ব নিগমে লৈছিল, যিহেতু বাগিচাত উৎপাদন অসম বুঢ়াগছৰ পৰা পাত পোৱা হোৱা নাছিল, যিহেতু ফেক্টৰীবোৰে আওপুৰণি যন্ত্ৰপাতিৰে চলোৱা হৈছিল, সেয়ে নিগমৰ বাগিচা সমূহে লাভজনক ফল দেখুৱাব পৰা নাছিল।

অসমৰ চাহ নিগমৰ এই লোকচানৰ কাৰণ ব্যাখ্যা কৰিবলৈ চৰকাৰে কেইবাখনো সমিতি পাতে আৰু সকলো সমিতিয়ে মত দিয়ে যে এই লোকচানৰ কাৰণ বাগিচা বোৰৰ উন্নয়নৰ বাবে প্ৰয়োগ কৰিব লগা পুঁজিৰ অভাৱ। এই উন্নয়নৰ বাবে অসম চৰকাৰে পুঁজিৰ যোগান ধৰাত বাগিচাবোৰ আশা কৰা মতে ফল দেখুৱায়। ১৯৮৯-৯০ চনত নিগমৰ বাগিচা সমূহে মুঠ ৬০ লাখ কেজি ক'লাচাহ উৎপাদন কৰি ৩.৫ কোটি টকা লাভ কৰে। নিগমৰ যাতে দোপত দোপে উন্নতি কৰিব পাৰে তাৰ বাবে ফেক্টৰি সমূহক আধুনিক যন্ত্ৰপাতিৰে উন্নয়ন কৰা হৈছে আৰু শ্ৰমিকসকলৰ অভাৱ দূৰ কৰি কৰ্মদক্ষতা বৃদ্ধিৰ আঁচনি লোৱা হৈছে। ১৯৯০-৯১ চনত নিগমৰ বাগিচাবোৰে অধিক চাহ উৎপাদন কৰাটো নিশ্চিত হৈ পৰিছে। কিয়নো দেখা গৈছে চাহ নিগমৰ উৎপাদন যোৱা বছৰৰ তুলনাত ১২ শতাংশ বৃদ্ধি পাইছে। বৰ্তমান অসম চাহ নিগমৰ অধীনৰ বাগিচা সমূহৰ উৎপাদন আৰু চাহৰ মানদণ্ড বাঢ়িছে বুলি ব্যক্তিত প্ৰকাশ। নিগমে এইবাৰ আমেৰিকালৈ ১৯৫০ কিলোগ্ৰাম চাহ ৰপ্তানি কৰিছে আৰু লণ্ডনলৈ ১৬,৮০০ কেজিত চাহ ৰপ্তানিৰ ফৰমাৰ্চ লাভ কৰিছে। ঠিক সেইদৰে কানাডালৈও ১৯ হাজাৰ কিলোগ্ৰাম চাহ ৰপ্তানি বজাৰ সম্প্ৰসাৰিত হৈছে। নিগমৰ এই প্ৰগতি নিশ্চয় সন্তোষজনক। নিগমৰ বাগিচা সমূহে যাতে লাভ দেখুৱাব পাৰে তাৰ বাবে ৫ হাজাৰবো অধিক মাটিত নতুন চাহ পুলি ৰোৱা হৈছে, কমলৰ বিলাকো আধুনিকীকৰণ কৰা হৈছে। বনুৱাৰ গৃহ নিৰ্মাণ আদিও নতুনকৈ সজা হৈছে। অসমৰ চাহ নিগমৰ বাগিচা সমূহৰ উন্নতিৰ কাৰণে নাবাৰ্ডে ১৩ কোটি টকাৰ ঋণ দিছে। এই ঋণে নিগমৰ বাগিচাসমূহৰ উন্নতিত সহায় কৰিব। নিগমৰ চাহ বাগিচাৰ চাহৰ উৎপাদন যোৱা দুটা বছৰত ৫ লাখ কেজিলৈ বৃদ্ধি পাইছে আৰু অহা বছৰ বোৰত উৎপাদন আৰু বৃদ্ধি হোৱাৰ সম্ভাৱনা আছে। ১৯৯২-৯৩ চনৰ বছৰটোত নিগমে ডেৰ কোটি টকা আৰু ১৯৯৩-৯৪ চনত ৫ কোটি টকা লাভ কৰা আশা আছে

(দৈনিক জনমভূমি, ৩১.৭.৯৩)।

# অসমৰ চাহৰ মূল্যৰ ৰেকৰ্ড আৰু আন্তৰ্জাতিক খ্যাতি

অসমৰ চাহ শিল্পৰ ১৫০ বছৰৰ গৌৰৱজনক ইতিহাসত অসমৰ চাহে কিদৰে অভিলেখ পৰিমাণৰ দাম আৰু আন্তৰ্জাতিক খ্যাতি লাভ কৰি আহিছে, সেই বিষয়ে বিশদ ভাবে জনাটো টান, অসমৰ চাহ শিল্পৰ এখন গৱেষণামূলক গ্ৰন্থ ইমান দিনে লিখা হোৱা নাই বাবেই এই তথ্যাবোৰ পোৱা নাযায়। অসমৰ এজন অগ্ৰগন্য চাহ খেতিয়ক মণিৰাম দেৱানে তেখেতৰ বাগিচাত কৰা চাহ ইংলেণ্ডৰ এখন প্ৰদৰ্শনীৰ বাবে পঠাইছিল। সময়মতে এই চাহ গৈ নাপালে, এই চাহ ১০ বছৰ কাল তাতেই আছিল আৰু তাতেই নিলাম হয়। ১৮৮৬ চনত ইংলেণ্ডত পতা ভাৰতীয় আৰু ঔপনিবেশিক সম্পদৰ ওপৰত হোৱা প্ৰদৰ্শনীত এই চাহ প্ৰদৰ্শিত হয়। এই চাহে ব্ৰঞ্জৰ পদক পাইছিল। এই চাহ কিদৰে কোনে লণ্ডনলৈ লৈ গৈছিল, বিশদভাৱে জনা নাযায়। অসমৰ চাহ বাগিচা সমূহত উৎপাদন কৰা চাহৰ ভিতৰত তামোলবাৰীৰ চাহ এটা সময়ত অকল অসম বা ভাৰতৰে নহয়, পৃথিৱীৰ ভিতৰতে বিখ্যাত হৈ পৰিছিল। ১৮৮৬ চনত আমেৰিকাৰে চিকাগো চহৰত অনুষ্ঠিত এক আন্তৰ্জাতিক প্ৰদৰ্শনীত তামোলবাৰীৰ চাহে প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। এই বাগিচাৰ মালিক আছিল বিখ্যাত সাহিত্যিক চাহ খেতিয়ক চন্দ্ৰ কুমাৰ আগৰৱালা।

ভাৰতত উচ্চমান বিশিষ্ট অধিক চাহ উৎপাদন আৰু ৰপ্তানীৰ বৃদ্ধিৰ বাবে ভাৰতীয় চাহ শিল্প আৰু বাণিজ্যিক মন্ত্ৰণালয়ে "১৯৯৩" বছৰটো "ভাৰতীয় চাহ বৰ্ষ" (Indin year of Tea) হিচাপে উদ্‌যাপন কৰিছে। অসমৰ চাহ শিল্পৰ বাবে এই বছৰটো বিশেষ গৌৰৱজনক। এইবাৰ অসমৰ চাহে আন্তৰ্জাতিক বজাৰত আন্তৰ্জাতিক সন্মান আৰু অভিলেখ মূল্যৰ দাম পাবলৈ সক্ষম হৈছে। ডিব্ৰুগড়ৰ ওচৰৰ জুঠলিবাৰী চাহ বাগিচাই অতি উচ্চমান বিশিষ্ট চাহ উৎপাদন কৰা বাবে আন্তৰ্জাতিক সন্মান "Arch of Europe Gold Star" পুৰস্কাৰ লাভ কৰিছে। এই চাহ উপসাগৰীয়



দেশ (Gulf Countries) ইংলেণ্ড, স্পেইন, ইটালী আৰু অন্য অন্য ইউৰোপীয়ান দেশলৈ ৰপ্তানী হয়। (The North East Times, 27.7.93) শিৱসাগৰ জিলাৰ টাওকাক চাহ বাগিচাত উৎপাদন কৰা ১১০ কেজি বিশেষ চাহ, কেজিয়ে প্ৰতি ২৫০১ টকা বিক্ৰী কৰি এক উল্লেখযোগ্য দাম পাব পাৰিছে। এই চাহ জাৰ্মেনীলৈ ৰপ্তানী হৈছে। (দৈনিক অসম, ৩০.৭.৯৩)।

আকৌ শিৱসাগৰ জিলাৰ মদুৰি চাহবাগিচাত উৎপন্ন কৰা বিশেষ গুণ বিশিষ্ট চাহ "অসম গল্ড" শ্ৰেণীৰ চাহে অভিলেখ পৰিমাণৰ দাম পাবলৈ সমৰ্থ হৈছে। এই চাহ প্ৰতি কেজিত ৩০০০ টকাকৈ ১০৫ কেজি চাহ জাৰ্মেনীৰ "ক্লজক্ৰগাৰ" নামৰ ব্যৱসায়ী প্ৰতিষ্ঠানে কিনি লয়।

এইদৰে দেখা গৈছে অসমৰ চাহে আন্তৰ্জাতিক বজাৰত জনপ্ৰিয়তা, সন্মান আৰু উচ্চস্থান পাবলৈ সমৰ্থ হৈছে।

০ ০ ০ ০ ০

# বিশ্ব বজাৰত ভাৰতৰ চাহৰ স্থিতি

বিশ্বৰ চাহৰ বজাৰত এটা সময়ত ভাৰতবৰ্ষৰ চাহৰ স্থান একেবাৰে শীৰ্ষস্থানত আছিল। ভাৰতৰ চাহ্ পৃথিৱীৰ বহু দেশলৈ ৰপ্তানী হৈছিল। ১৯৪৭ চনত বিশ্বৰ চাহৰ বজাৰত ৫৩.৩ ভাগ চাহ্ ভাৰতৰ চাহ্ আছিল। এই চাহৰ পৰিমাণ লাহে লাহে কমি ১৯৯২ চনত ১৯.৩% ভাগ হয়গৈ। আনহাতে এই সময়ছোৱাত শ্ৰীলঙ্কাৰ চাহ বিশ্ব বজাৰত ৩৫.৩০ পৰা ২০.২% হ্ৰাস হয় আৰু কেনিয়াৰ চাহ্ ৯.২ৰ পৰা ১৮.৯% লৈ বৃদ্ধি হয়। এটা সময়ত ইংলণ্ডৰ বজাৰত ভাৰতৰ চাহে মুখ্য স্থান গ্ৰহণ কৰিছিল। ১৯৪৭ চনত ইংলেণ্ডে আমদানি কৰা চাহৰ মুঠ ৬৫ শতাংশ চাহ ভাৰতবৰ্ষৰ আছিল। কিন্তু এই ৰপ্তানীকামি আহি ১৯৯২ চনত ১৫ শতাংশ হয়গৈ (The Economic Times, Augest, 1993)। ভাৰতবৰ্ষৰ চাহৰ প্ৰধান প্ৰতিদ্বন্দী হ'ল শ্ৰীলঙ্কা আৰু কেনিয়া। এই কেইখন দেশত তৈয়াৰ কৰা উচ্চমান বিশিষ্ট গুণ আৰু ৰঙা ৰঙৰ চাহৰ বাবে ভাৰতীয় চাহে প্ৰতিদ্বন্দিতা কৰিব পৰা নাই। সেয়ে আন্তৰ্জাতিক বজাৰত ভাৰতৰ চাহৰ দখল কমি আহিছে আৰু ভাৰতবৰ্ষক আঁতৰাই এই ঠাই দখল কৰিছে শ্ৰীলঙ্কা আৰু কেনিয়াৰ উপৰিও টাঞ্জনিয়া, উগাণ্ডা, মালোৱাই আদি কিছুমান আফ্ৰিকাৰ দেশে। চাহ্ ভাৰতবৰ্ষৰ দ্বিতীয় প্ৰধান বৈদিশীক মুদ্ৰা আৰ্জনকাৰী সামগ্ৰী, সেয়ে ভাৰতবৰ্ষৰ অৰ্থনৈতিক স্বাস্থ্য চাহৰ উৎপাদন আৰু ৰপ্তানীৰ ওপৰতে বহুখিনি নিৰ্ভৰ কৰিছে। এই হেৰোৱা বজাৰ পুনৰ উদ্ধাৰ কৰিবলৈ ভাৰতবৰ্ষৰ চাহ্ ব্যৱসায়ী আৰু বাণিজ্য মন্ত্ৰণালয়ে যথেষ্ট চিন্তা কৰিবলগা হৈছে। পূৰ্বৰ ছোভিয়েত দেশলৈ ভাৰতবৰ্ষৰ পৰা বুজন পৰিমাণৰ চাহ্ ৰপ্তানী হৈছিল। পিছত ছোভিয়েত দেশ পিছলৈ কেইবাখনো সৰু-সুৰা স্বাধীন দেশলৈ পৰিগণিত হোৱাত পূৰ্বৰ চাহৰ ব্যৱসায় আৰু বজাৰ ভাঙি যায়। এই বজাৰ হেৰোৱাৰ ফলত ভাৰতবৰ্ষই নতুন নতুন বজাৰ বিচাৰিব লগা হৈছে। ভাৰতবৰ্ষত চাহৰ উৎপাদন বাঢ়িছে আৰু সেই হিছাপে দেশত ঘৰুৱা বজাৰতে চাহৰ চাহিদা বাঢ়িছে। সেয়ে বহুক্ষেত্ৰত ৰপ্তানীৰ লক্ষ্যত উপনীত হ'ব পৰা নাই। তথাপি ভাৰতবৰ্ষই যি বজাৰ হেৰুৱাব লগা হৈছে ইয়াৰ মুখ্য কাৰণ হ'ল, অন্য অন্য দেশৰ তুলনাত ভাৰতৰ চাহৰ মানদণ্ড নিম্ন পৰ্যায়ৰ।



ভাৰতবৰ্ষই ১৯৯০ চনত ২১০ নিযুত কেজি চাহ্ আৰু ১৯৯১ চনত ২০৩ নিযুত কেজি চাহ ৰপ্তানী কৰে, অৰ্থাৎ আগৰ বছৰতকৈ ৭ নিযুত কেজি চাহৰ ৰপ্তানী কম হয়। কিন্তু ৭ নিযুত কেজি চাহৰ ৰপ্তানী কম হ'লেও এই বছৰটোত ভাৰতবৰ্ষৰ চাহৰ ৰপ্তানীৰ পৰা ১১০০.১৪ কোটি টকাৰ বৈদেশীক মুদ্ৰা উপাৰ্জন হয়। ১৯৯০ চনত ৰপ্তানী কৰি পোৱা উপাৰ্জনৰ পৰিমাণ আছিল ১১১৩.৩৫ কোটি টকা। এই সময়ছোৱাতে "হাৰ্ডকাৰেন্সী"(Hard currency)ৰ উপাৰ্জনো বৃদ্ধি হয় আৰু ইয়াৰ পৰিমাণ হ'ল ৫২৮ কোটি টকা (J, Thomas, Tea Market Annual Report, 1991). চাহৰ উৎপাদন আৰু ৰপ্তানীৰ ওপৰতে ভাৰতবৰ্ষৰ বৈদেশিক মুদ্ৰা অৰ্জন বহুখিনি নিৰ্ভৰ কৰিছে। সেয়ে চৰকাৰে ২০০০ চনত ১০০০ নিযুত কেজি চাহ উৎপাদন কৰিবলৈ লক্ষ্য স্থিৰ কৰিছে আৰু ভাৰত চৰকাৰৰ বাণিজ্য মন্ত্ৰালয়ে আৰু ভাৰতৰ চাহ ব্যৱসায়ী সকলে ১৯৯৩ বছৰটো "চাহবৰ্ষ" (India Year Tea) চাহ তৈয়াৰ কৰা আৰু আন্তৰ্জাতিক বজাৰত ভাৰতৰ চাহৰ জনপ্ৰিয়তা বৃদ্ধি কৰি আন্তৰ্জাতিক বজাৰ দখল কৰি দেশৰ উপাৰ্জন বৃদ্ধি কৰা। ভাৰতবৰ্ষৰ চাহৰ আন্তৰ্জাতিক বজাৰত দখল কিয় কমি আহিছে তাৰ বাবে ব্যৱসায়ী আৰু চৰকাৰে চিন্তা কৰিছে। বিদেশৰ মানুহৰ চাহৰ জুতি পৰিবৰ্তনশীল। কেনিয়া, শ্ৰীলঙ্কা আৰু আন আন দেশে পশ্চিমীয়া দেশৰ মানুহৰ চাহৰ জুতি লক্ষ্য কৰি বহু ধৰণৰ চাহ্ বনাব ধৰিছে আৰু এনে চাহৰ প্ৰতি তেওঁলোকৰ আসক্তি বাঢ়িছে (এই গ্ৰন্থত এনে ধৰণৰ বিশেষ শ্ৰেণীৰ চাহৰ কথা অন্তৰ্ভুক্ত কৰা হৈছে)। আন্তৰ্জাতিক বজাৰ দখল কৰিবলৈ ভাৰতবৰ্ষই 'ইনচটেণ্ট টি,' 'অৰ্গেনিক টি,' 'ডিকেফিনেটেড টি,' 'উলং টি', আদি তৈয়াৰ কৰিবলগা দিন আহি পৰিছে। ভাৰতবৰ্ষত অষ্টম পৰিকল্পনা তলত দেখুওৱা ধৰণে চাহৰ উৎপাদনৰ লক্ষ্য ঠিক কৰা হৈছে-

তালিকা নং-৬ ৮ম পৰিকল্পনাত চাহ উৎপাদনৰ লক্ষ্য (নিযুত কেজি)

| বছৰ | উৎপাদন | ৰপ্তানী যোগ্য চাহৰ পৰিমাণ | দেশত ৰখাৰ পৰিমাণ |
|---|---|---|---|
| ১৯৯২-৯৩ | ৭৬৫ | ২৫৫ | ৫৪০ |
| ১৯৯২-৯৪ | ৭৯১ | ২৬৫ | ৫৬০ |
| ১৯৯৪-৯৫ | ৮১৮ | ২৭৭ | ৫৮০ |
| ১৯৯৫-৯৬ | ৮৪৫ | ২৯১ | ৬০০ |
| ১৯৯৬-৯৭ | ৮৭৪ | ৩০৫ | ৬২২ |

ভাৰতবৰ্ষৰ চাহৰ উৎপাদন বঢ়াবলৈ হ'লে অসমেই হ'ব উপযুক্ত স্থান, আৰু ভাৰতবৰ্ষলৈ যি বৈদেশিক মুদ্ৰা আহিব, সেই বহুমূলীয়া উপাৰ্জন অসমৰ কেঁচা সোণ চাহৰ যোগেদিয়েই হ'ব। বিদেশত অসমৰ চাহ জনপ্ৰিয় কৰিবলৈ বিশেষ প্ৰতীকৰ (logo) ব্যৱহাৰ কৰা হৈছে।

ভাৰতবৰ্ষত চাহৰ উৎপাদন আৰু ৰপ্তানী
(১৯৮০-৯২)




ছবি (ক)— ভাৰতবৰ্ষত চাহৰ উৎপাদনৰ পৰিমাণ (১৯৮০-৯২)

ছবি (খ)— ভাৰতবৰ্ষত চাহৰ ৰপ্তানীৰ পৰিমাণ (১৯৮০-৯২)

উৎস: The Economic times August8, 1993



# বিশেষ শ্ৰেণীৰ চাহ (Speciality Tea)

যান্ত্ৰিক সভ্যতা আৰু সংস্কৃতিৰ বিকাশে মানৱ সমাজৰ খোৱা-বোৱা, আহাৰ আৰু পানীয়ৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। বিভিন্ন পানীয় আৰু পানীয়ৰ বিভিন্ন স্বাভাৱিক গুণে মানুহক বয়স আৰু ৰুচি অনুসাৰে আকৰ্ষিত বা বিকৰ্ষিত কৰে। বিভিন্ন গৱেষণাগাৰ আৰু পানীয় প্ৰস্তুত কৰা কোম্পানীসমূহে পানীয়ৰ স্বাভাৱিক গুণ বৃদ্ধি আৰু হিতকাৰক কৰি তোলাৰ চেষ্টা কৰিছে। আজিৰ আধুনিক সমাজক বিভিন্ন ধৰণৰ খাদ্য সামগ্ৰি আৰু পানীয় তৈয়াৰ কৰা পদ্ধতিয়ে মানুহক আকৰ্ষণ কৰিছে আৰু উন্নত ৰুচিৰ পদ্ধতিৰ মাজেৰে খোৱা-বোৱা চলিছে। পৃথিৱীৰ বিভিন্ন দেশৰ চাহ কোম্পানীসমূহে আন্তৰ্জাতিক বজাৰত নিজৰ নিজৰ চাহ জনপ্ৰিয় কৰি তুলিবলৈ কিছুমান বিশেষ বিশেষ শ্ৰেণীৰ চাহ তৈয়াৰ কৰিব ধৰিছে। আন্তৰ্জাতিক বজাৰ দখল কৰিবলৈ চীন, ভাৰত, শ্ৰীলঙ্কা আৰু কেনিয়াৰ মাজত প্ৰতিদ্বন্দিতা চলিছে। বহুতো চাহ কোম্পানীয়ে যেনে ইংলেণ্ডত বহুতো চাহ কোম্পানীয়ে কিছুমান চাহৰ মিশ্ৰণ আৰু লগতে চাহৰ গুণ (Valu addition) বৃদ্ধি কৰা, দ্ৰব্য প্ৰয়োগ কৰি এনে চাহ তৈয়াৰ কৰিছে। পশ্চিমীয়া দেশত প্ৰচলিত এনে কিছুমান শ্ৰেণীৰ চাহ তলৰ তালিকাত দেখুওৱা হ'ল-

তালিকা নং-৭ বিশেষ শ্ৰেণীৰ চাহ

| চাহ উৎপাদন | চাহৰ নাম | গোন্ধ বা সৌৰভ মূলদেশ (blend) | |
|---|---|---|---|
| ১) চিলন | অৰেঞ্জ পিক | ইংলিচ ব্ৰেকফাষ্ট | আলগ্ৰে |
| ২) আসাম | | আইৰিচ ব্ৰেকফাষ্ট | জেচমিন |
| ৩) চীনদেশৰ | কলা চাহ | কুইন | নেমুটেঙা জাতীয় |
| ৪) দাৰ্জিলিং | | (টুইনিংচ) | অৰেঞ্জ |
| ৫) কেনিয়া | | কেৰাভান | আপেল |
| ৬) কিমাম | | কুইন টি | |
| ৭) লাপচাং চৌচাং | (মেল ৰজ) | | |
| ৮) বিশুদ্ধ গোলাপী | | | |

| চাহ | হাৰমেজিচ টি |
|---|---|
| ৯) বাজ পৌচং | বিদজৰে |
| ১০) গান পাউদাৰ | |
| (১১) ইউনান | |

ওপৰত লিখা চাহৰ বাহিৰেও আৰু বহু শ্ৰেণীৰ চাহ আছে। আৰু কিছুমান শ্ৰেণীৰ চাহৰ লগত ঐতিহাসিক ৰীতি-নীতি লাগি আছে; যেনে, ইংলিচ ব্ৰেকফাষ্ট টি(English Break-fast Tea), ইংলিচ আফটাৰ নুন টি (English Afternoon tea), মেলৰজ 'কুইনচটি (Melrose Queen's Tea), হিজৰেজ হাৰ মেজিচটিচ ব্লেণ্ড) (Her Majestys Blend) (H.M.B).

'ইংলিচ ব্ৰেকফাষ্ট টি' আৰু 'ইংলিচ আফটাৰ নুন টি' এই দুবিধ বিশেষ শ্ৰেণীৰ চাহ। বিশেষ বিশেষ কাৰণত খোৱাও হয় আৰু সাধাৰণতে 'Specific Occasion'টি বুলিও জনা যায়।

এই বিলাকৰ উপৰিও ভাৰতবৰ্ষ, কেনিয়া, আৰু শ্ৰীলঙ্কাৰ ঠাই বিশেষত হোৱা কিছুমান চাহো বিশেষ শ্ৰেণীৰ ভিতৰত পৰে। যেনে শ্ৰীলঙ্কাৰ ১৮০০ মি: উচ্চতাত নুৱাৰা ইলিয়া (Nawara Eliya) নামৰ অঞ্চলত কৰা চাহ সৌৰভৰ বাবে বিখ্যাত। 'ডিমবুলা', 'উভা', 'কান্দি' নামৰ ঠাইত অত্যন্ত সুস্বাদ আৰু সতেজতা অৰ্পণ কৰা চাহ বনোৱা হয় আৰু এই চাহ সেই ঠাইৰ নামেৰেই জনা যায়। আফ্ৰিকাত উৎপন্ন হোৱা চাহ বিলাকৰ ভিতৰত কেনিয়াৰ চাহেই উত্তম, কেনিয়ান চাহৰ ৰঙা ৰং এই দেশৰ বিশেষ বৈশিষ্ট্যপূৰ্ণ আৰু চকু-ছাঁত মৰা এই চাহৰ ৰঙা ৰং পৃথিৱীৰ কোনো দেশৰ চাহৰ ৰঙৰ লগত তুলনা নহয়। চাহৰ আদিম আৰু ঐতিহ্যৰ দেশ চীনদেশত বহুকালৰ পৰা বহুশ্ৰেণীৰ চাহ তৈয়াৰ কৰা আৰু খোৱা-বোৱা চলি আহিছে। তথাপি চীনদেশৰ বিখ্যাত চাহ লামচাং চৌচাং, কিমাম, উলং আপি বিশ্বৰ বহুদেশৰ মানুহৰ মাজত বৰ জনপ্ৰিয়। এই বিলাক চাহৰ সোৱাদ, ৰং সৌৰভ, শক্তি আদি সহজ-সৰল ভাষাত লিখি বৰ্ণনা কৰা টান। এই বিলাক চাহৰ বৈশিষ্ট্য ইংৰাজী ভাষাত এনেদৰে লিখা হৈছে যে প্ৰত্যেক বিধ চাহেই খাওঁ খাওঁ যেন লাগে।

ইয়াৰ বাহিৰেও আৰু কেইবিধমান চাহে জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছে। চমুকৈ অলপমান আলোচনা কৰা হ'ল।



## অৰ্গেনিক চাহঃ (Organic tea)

পশ্চিমীয়া দেশৰ মানুহ সাধাৰণতে স্বাস্থ্য সম্পৰ্কে অতি সতৰ্ক। ১৯৮৯ চনত এই চাহে ইংলেণ্ডৰ বজাৰত বিশেষ দৃষ্টি আকৰ্ষণ কৰে। সাধাৰণতে চাহ উৎপাদনকাৰীবোৰে চাহৰ অধিক উৎপাদন পাবৰ বাবে বহুতো অজৈব ৰাসায়ণিক সাৰ, পোক-পতঙ্গ আৰু ভেকুঁৰ আদিৰ দ্বাৰা আক্ৰান্ত হোৱা ৰোগ নিয়ন্ত্ৰণ কৰিবলৈ আৰু চাহগছৰ উৎপাদিকা শক্তি বঢ়াবলৈ বহুতো ঔষধ আদি ব্যৱহাৰ কৰে। এনেধৰণে প্ৰস্তুত কৰা চাহত এনে ধৰণৰ ৰাসায়নিক দ্ৰব্য কেতিয়াবা থাকি যোৱা দেখা যায়। সেয়ে পশ্চিমীয়া দেশত অৰ্গেনিক চাহৰ প্ৰতি আকৰ্ষণ প[illegible] লক্ষিত হৈছে। এই ধৰণৰ চাহ প্ৰথমে টাঞ্জানিয়াৰ ২১৫০ মি. উচ্চতাৰ [illegible] নিয়[illegible]ৰ (Livingstonia mountains) সুপণ্ডি চাহ বাগিছাত কৰা হয়। এই ধৰণৰ চাহ পাবৰ বাবে চাহখেতি কোনো ধৰণৰ ৰাসায়ণিক সাৰ বা বিয়াক্ত পোক-পৰুৱা বা ৰোগ নিয়ন্ত্ৰণ কৰা ঔষধ প্ৰয়োগ কৰা নহয়, সম্পূৰ্ণ স্বাভাৱিক কৃষি পদ্ধতিৰে এই চাহ তৈয়াৰ কৰা হয়। এই চাহ ''Nalureland'' নামেৰে ইংলেণ্ডত প্ৰথমে জনপ্ৰিয়তা লাভ কৰে। ভাৰতবৰ্ষৰ গুদৰিক টি কোম্পানীয়ে এনে ধৰণৰ চাহ খেতি কৰিবলৈ ধৰিছে। এই ধৰণৰ চাহৰ মূল্য সাধাৰণতে বৰ বেছি আৰু স্বাস্থ্য ওপৰত প্ৰভাৱ নেপেলায়- বুলি জনা গৈছে।

## ডিকেফিনেটেড চাহ (Decaffeinated tea)

স্বাস্থ্যৰ প্ৰতি সতৰ্ক লোকে ভাৱে যে অধিক কেফিনযুক্ত চাহ খালে শৰীৰৰ অপকাৰ হ'ব পাৰে, সেয়ে এক শ্ৰেণীৰ ব্যৱসায়ীয়ে কেফিন কম থকা বা কেফিনযুক্ত চাহ খোৱাটো বিচাৰে। এই চাহ প্ৰথমে ১৯৮৩ চনত আমেৰিকাৰ বজাৰত ওলায় আৰু ইংলণ্ডৰ কোম্পানীয়ে বৃটিছ চৰকাৰৰ সাজ বিভাগৰ অনুমতি ক্ৰমে ১৯৮৮ চনত বজাৰত বেচে। কেফিনবিহীন এই চাহ বনোৱা কাৰিকৰী কৌশলৰ ওপৰত গৱেষণা চলি আছে আৰু এই চাহ তৈয়াৰ কৰা পদ্ধতিত যথেষ্ট ব্যয় হয় বুলি জনা গৈছে।

## হাৰ্বেল টি (Herbal tea)

আজি কালি বজাৰত পানীয়বিলাকৰ ভিতৰত "হাৰ্বেল টি" নামৰ এবিধ পানীয় পাব পৰা বিভিন্ন গছৰ পাতৰ পৰা তৈয়াৰ কৰা এক 'চাহ' পোৱা যায়। যদিও 'tea'বা 'চাহ' শব্দটো ব্যৱহাৰ কৰা হৈছে, তথাপি এনে ধৰণৰ চাহপাতত এটাও চাহৰ পাত নাথাকে অৰ্থাৎ, প্ৰকৃততে ই চাহ নহয়। মাত্ৰ এটা কাৰণতে 'চাহ' শব্দ ব্যৱহাৰ কৰা কাৰণ হৈছে, চাহৰ দৰে এই পানীয় উতলা পানীত তৈয়াৰ কৰি খোৱা হয়। এনে ধৰণৰ পানীয় সাধাৰণতে স্বাস্থ্যৰ কাৰণে হিতকাৰক আৰু ঔষধীয় গুণ থকা বুলি জনা যায়। এনে ধৰণৰ চাহত বিভিন্ন সুগন্ধি তেল বা সুগন্ধি গছৰ পাত ব্যৱহাৰ কৰি সোৱাদ আৰু গোন্ধ আকৰ্ষণীয় কৰি তোলা হয়। পদিনা জাতীয়(Peppermint), ৰজচিপ(rase-hip) ফেনেল (fennel) মেটে, (matte), নেটেল nettle), টেঙাগন্ধী, (leman verbena), কমলা, আপেল, দালচেনি, চেৰী, ষ্ট্ৰবেৰী, আঙুৰ আদি বিভিন্ন ফলৰ সৌৰভেৰে এনে চাহ তৈয়াৰ কৰা হয়।

## সেউজীয়া চাহ

সেউজীয়া চাহ বা green tea ৰ কথা ওলালে জাপান দেশলৈ মনত পেলাই দিয়ে। জাপান দেশত প্ৰধানকৈ এইবিধ চাহ খোৱা হয়। সেউজীয়া চাহ যে গছৰ পৰা কেঁচা পাত আনি পোনে পোনেই যে খোৱা হয়, এনে নহয়। কেঁচা চাহপাত ছিঙি আনি কেৰাহী বা অন্য কোনো উপযুক্ত পাত্ৰত তপতায় বা ভাপত দিয়া হয়। পাতে তাপ পোৱাত পাতত থকা এনজাইম নষ্ট হয় আৰু পাতবোৰ মোহাৰিলে ৰঙা নপৰে। তপতোৱাৰ পাছত পাতবোৰ বেলেগ বেলেগ ধৰণৰ যন্ত্ৰত মোহৰা হয় আৰু মোহৰা অৱস্থাত শুকোৱা হয়। এইবিধ চাহৰ বৰণ সেউজীয়া। কিন্তু তৈয়াৰ কৰা পদ্ধতিত খুঁত থাকিলে পাতৰ বৰণ কলা হৈ পৰে। ক'লা চাহত থিয়ফ্লেভিন আৰু থিয়াৰুবিজিন নামৰ ৰাসায়ণিক দ্ৰব্য দুটা থাকে; কিন্তু সেউজীয়া চাহত এই দুবিধ ৰাসায়ণিক দ্ৰব্য নাথাকে। পলিফেনলেই সেউজীয়া চাহৰ মুখ্য উপাদান। সেউজীয়া চাহ পাতেৰে তৈয়াৰ কৰা চাহৰ বৰণো সেউজীয়া। এই চাহ স্বাস্থ্যৰ বাবে উপকাৰী, সেউজীয়া চাহ প্ৰস্তুত কৰা স্তৰবোৰ এইদৰে দেখুৱাব পাৰি- সেউজীয়া কেঁচা চাহপাত ভাপত এনজাইমবোৰ নিষ্ক্ৰিয় হৈ পৰে সামান্যভাৱে মোহৰা হয় শুকুৱা হয় (কেইবাবাৰো এই কামটো কৰা হয়) অৰ্থডক্স প্ৰকাৰৰ সেউজীয়া চাহ।



এইবিধ চাহ প্ৰস্তুত কৰিবলৈ জাপানত উন্নত শ্ৰেণীৰ কাৰিকৰী পদ্ধতি আৰু যন্ত্ৰপাতি তৈয়াৰ কৰা হৈছে। জাপান দেশৰ বাহিৰেও চীন দেশতো এই চাহ প্ৰস্তুত কৰে। ৰুছিয়া, আফগানিস্থান, কানাডা, মৰক্কো আৰু আৰব আদি দেশত এই চাহৰ চাহিদা আছে, বৰ্তমান চীন দেশেই বৃহত্তম পৰিমাণৰ এনে চাহ উৎপাদন কৰে (১৯৮৮ চনত ৩৩৮ নি: কে: জি:) আৰু ৰপ্তানী কৰে (The Sentinal 24-12-1990)

## ইনচটেণ্ট টি

চাহ শিল্পত ইনচটেণ্ট টিৰ উদ্ভাৱন মাইলৰ খুটি বুলিব পাৰি। চাহপাত পানীত তপতাই লগে লগে যাতে কফিৰ দৰে উতলা পানীত দি খাব পাৰি তাৰ বাবে এই চাহ নতুন কাৰিকৰী পদ্ধতিৰে প্ৰস্তুত কৰি উলিওৱা হৈছে। ক'লা চাহত চাহে আৰোপ কৰা সকলো সক্ৰিয় ৰাসায়ণিক উপাদানবোৰ বিশেষ পদ্ধতিৰে আহৰণ কৰি গুড়ি চাহলৈ ৰূপান্তৰ কৰা হয়। এই চাহ বনাবলৈ উৎকৃষ্ট এটি কলি দুটি পাতেই যে লাগে এনে নহয়; নিকৃষ্ট কেঁচা চাহ পাত বা পেলনীয়া চাহপাতো ব্যৱহাৰ কৰিব পাৰি। এই চাহৰ বৰণ মুগা-ক'লা বৰণৰ, এই চাহ গৰম, ঠাণ্ডা বা tea cala ৰ দৰে খাব পাৰি। সাধাৰণতে এক কেজি অৰ্থডক্স চাহেৰে মাত্ৰ ৩৫০-৫০০ কাপ চাহ পাব পাৰি। কিন্তু এক কেজি ইনচটেণ্ট টিৰে ২০০০-৩০০০ কাপ চাহ পাব পাৰি। যিসকল লোকে বহুদিনৰ পৰা ক'লা চাহ খাই আহিছে আৰু চাহৰ দুৰ্বলতা বা আসক্তি বেছি সেই সকল লোকৰ বাবে এই চাহ বিৰক্তিকৰ হ'ব পাৰে। ইনচটেণ্ট টিৰ ৰং, গোন্ধ আৰু অৱসাদ দূৰ কৰা শক্তি বহুতৰে মন:পুত: নহ'বও পাৰে। ভাৰতবৰ্ষৰ দাক্ষিণাত্যৰ টাটা আৰু ফুড স্পেছিয়েলিষ্ট লিমিটেড নামৰ দুটা ৰাসায়ণিক প্ৰতিষ্ঠান এই ধৰণৰ চাহ প্ৰস্তুত কৰি আহিছে আৰু সমুদায় চাহ বিদেশলৈ ৰপ্তানি কৰা হৈছে। আমেৰিকা আৰু ইংলেণ্ডত এই চাহৰ জনপ্ৰিয়তা বাঢ়িছে। ভাৰতৰ থলুৱা বজাৰত এই চাহ এতিয়াও মুকলি কৰি দিয়া নাই। যোৰহাটৰ টোকলাই চাহ গৱেষণাগাৰেও এই চাহৰ কাৰিকৰী কৌশল উদ্ভাৱন কৰিছে।

# ক্ষুদ্ৰ চাহ খেতিয়কৰ কাহিনী

আমাৰ এক ধাৰণা আছে যে চাহ খেতি লাভজনকভাৱে কৰিবলৈ হ'লে বহু টকাৰ মূলধন আৰু বহু পৰিমাণৰ মাটিৰ প্ৰয়োজন হ'ব। যদিও চাহ শিল্পৰ বুৰঞ্জী অসমত ১৫০ বছৰৰো বেছি হ'ল। তথাপি এই কৃষিশিল্পৰ প্ৰতি আমাৰ সৰ্বসাধাৰণ ৰাইজ আৰু কৃষকৰ বিশেষ ধাৰণা নাছিল। চাহশিল্প এক অভিজাত শ্ৰেণীৰ খেতি বুলি গঢ়ি উঠিছিল আৰু সৰ্বসাধাৰণ ৰাইজে ইয়াৰ ভু-ভা পোৱা নাছিল। কিন্তু বৰ্তমান এই ধাৰণাৰ পৰিবৰ্তন হ'ব ধৰিছে। ১৯৮৭ চনৰ ৩০ নৱেম্বৰ তাৰিখে কেইজনমান উৎসাহী যুৱকৰ নেতৃত্বত বৰহাট ক্লাবত চৰাইদেউ মহকুমাৰ যুৱক আৰু উৎসাহী কৃষকসকলৰ এখন সভা বহে আৰু এক দেশপ্ৰেম, আত্মনিৰ্ভৰশীলতা, স্ব-নিয়োজন আৰু আৰ্থিকভাৱে নিজৰ ওপৰত হ'বলৈ এক যুগান্তকাৰী সিদ্ধান্ত লয়। ইয়াতেই জন্ম হয় "চৰাইপুং স্ব-নিয়োজিত ক্ষুদ্ৰ চাহ খেতিয়ক সংগঠন" (ছন্দশিল্প, আগষ্ট, ৯১) অৰ্থাৎ এই সংগঠনৰ যোগেদি নিবনুৱা যুৱকসকলক নিবনুৱা সমস্যাৰ মাজত হতাশ আৰু বিপথে যোৱাৰ পৰিবৰ্তে স্ব-নিয়োজনৰ আদৰ্শৰে আগবাঢ়ি যোৱাৰ উপযুক্ত পথ। অসমবাসীৰ বাবে অতি আনন্দৰ কথা যে এই ক্ষুদ্ৰ চাহ খেতিয়কসকলে যদি চৰকাৰৰ পৰা উপযুক্ত সহায় পায় তেনেহ'লে অসমৰ আৰ্থসামাজিক দিশত আৰু চাহ উৎপাদনত বিশাল পৰিবৰ্তন অনাৰ সম্ভাৱনা আছে। অসমৰ এনে দূৰদৃষ্টিসম্পন্ন আৰু উদ্যোগী যুৱকে নিজৰ প্ৰচেষ্টাৰে চাহ খেতি কৰি অভাৱনীয় সফলতা লাভ কৰিব পাৰিছে আৰু গ্ৰামীণ অৰ্থনৈতিক উন্নয়ন আৰু বিকাশত আগুৱাই নিছে। জানিব পৰা মতে অসমত বৰ্তমান ৮ খন জিলাত ৫০০০খন এনে চাহ বাগিচা আছে।

ক্ষুদ্ৰ চাহ খেতিয়ক সকলে ইতিমধ্যে ১ লাখ ১৮ হাজাৰ বিঘা মাটিত চাহ খেতি কৰাৰ বাবে ব্যাপক প্ৰস্তুতি চলাইছে আৰু ইতিমধ্যে ৫০ হাজাৰ ৮শ বিঘা মাটিত চাহ খেতি কৰি বিঘাই প্ৰতি দুই হাজাৰ কিলোগ্ৰাম কৈ ১০ লাখ কিলোগ্ৰাম চাহপাত উৎপাদন কৰি এক অভিলেখ স্থাপন কৰিবলৈ সক্ষম হৈছে। বৰ্তমান এনে ক্ষুদ্ৰ চাহখেতিৰ যোগেদি ১ লাখ শ্ৰমিক কৰ্মচাৰীক সংস্থাপন দিয়াব পৰা গৈছে আৰু এই পদ্ধতিৰ যোগেদি নিবনুৱা সমস্যা ভালেখিনি দূৰ হোৱাৰ সম্ভাৱনা আছে। চৰকাৰেও শিক্ষিত নিবনুৱা যুৱক



সকলক আত্মসংস্থাপনৰ বাবে মাটি আৰু বেঙ্ক ঋণ দিয়াৰ ব্যৱস্থা কৰিছে। (আজিৰ অসম, ৫-৮-৯৩, দৈনিক জনমভূমি, ৬-৯-৯৩)। চাহখেতি লাভজনক ভাৱে কৰিবলৈ নিম্নতম কিমান মাটিৰ প্ৰয়োজন ?

যিসকল লোকে কম পৰিমাণৰ মাটিত চাহখেতি কৰে, তেওঁলোকক ক্ষুদ্ৰ চাহখেতিয়ক বোলে। কিন্তু খেতি কৰি লাভ কৰিবলৈ হ'লে নিম্নতম কিমান মাটিত খেতি কৰিলে খেতিয়ক জন লাভবান হ'ব, তাৰ বাবে চিন্তা কৰি চোৱা দৰকাৰ। দেখা গৈছে, ক্ষুদ্ৰভাৱে চাহখেতি কৰি লাভ কৰিবলৈ হ'লে সৰ্বনিম্ন ১.২৫ হেক্টৰ মাটি খেতিৰ বাবে প্ৰয়োজন হয়, ০.৭৫ হেক্টৰ মাটি ঘৰ আদি নিৰ্মাণৰ কাৰণে প্ৰয়োজন হয়। সেয়ে সৰ্বনিম্ন এজন খেতিয়কৰ বাবে ২ হেক্টৰ মাটিৰ প্ৰয়োজন হ'ব। কিন্তু ২ হেক্টৰ ওপৰত কিমান বেছি মাটিত চাহখেতি কৰিলে ক্ষুদ্ৰ চাহখেতিয়ক বুলি ধৰা হ'ব, সেই বিষয়ে ভাৰতীয় চাহ বৰ্ডে (Tea Board) নিৰ্ণয় কৰি দিছে। যিসকল চাহ খেতিয়কে ২ হেক্টৰ মাটিৰ পৰা ১০-১২ হেক্টৰ মাটিত চাহ খেতি কৰি। এইসকল লোকক ক্ষুদ্ৰ চাহখেতিয়ক বুলি ধৰা হ'ব। দেখা গৈছে ক্ষুদ্ৰ চাহখেতিয়ক সকলৰ কিছুমানৰ নিজা মাটি আছে, আৰু কিছুমান নিজা মাটি নাই। সেয়ে চাহখেতি কৰিবলৈ যি মূলধনৰ প্ৰয়োজন হ'ব। সেই মূলধনৰ প্ৰয়োজন দুয়োবিধ খেতিয়কৰ ক্ষেত্ৰত বেলেগ বেলেগ হ'ব।

ক্ষুদ্ৰভাৱে চাহখেতি আৰম্ভ কৰিবলৈ কিমান টকা কিমান বছৰত লাগিব, ৮ নং তালিকাত দেখুওৱা হ'ল:

তালিকা নং-৮ ক্ষুদ্ৰ চাহখেতি ব্যয়, কেঁচাপাতৰ উৎপাদন আৰু পতৰ মূল্য

| পুলি ৰোৱা বছৰ | প্ৰতি হে: মাটিত ব্যয় (ট:) | প্ৰতি হে: মাটিত কেঁচা পাতৰ উৎপাদন | কেঁচা পাতৰ ট: ৫.৫০/কেজি | মূল্য ট: ৫.২৫/ কেজি |
|---|---|---|---|---|
| ১ | ৩৫,৫০০ | - | - | - |
| ২ | ১৪,০০০ | ২,০০০ | ১১,০০০ | ১০,৫০০ |
| ৩ | ১১,৫০০০ | ৫,০০০ | ২৭,৫০০ | ২৬,২৫০ |
| ৪ | ৮,০০০ | ৭,৫০০ | ৪১,২৫০ | ৩৯,৩৭৫ |
| | ৬৯,০০০ | ১৪,৫০০০ | ৭৯৭৫০ | ৭৬,১২৫ |

ওপৰৰ তালিকাখন টি বৰ্ডে ধাৰ্য্য কৰা খৰচৰ ভিত্তিত দেখুওৱা হৈছে (৫.৭.৮৮)।

এইদৰে দেখা যায় এজন লোকে ক্ষুদ্ৰ হিছাপে খেতি কৰিবলৈ হ'লে ৪টা বছৰত ৬৯,০০০/ টকাৰ প্ৰয়োজন হ'ব; (বৰ্তমান এই মূল্য আৰু বাঢ়িব)। ভাৰতীয় চাহ বৰ্ডে ক্ষুদ্ৰ চাহ খেতিয়কসকলক ৰেহাই হাৰত সহায় কৰিবলৈ আঁচনি লৈছে। এই আঁচনিমতে চাহ পুলি ক্ৰয়ৰ বাবে ১২,৫০০ টকা সাৰ, আৰু অপতৃণ আদি মাৰিবলৈ ২,৫০০ টকা আৰু আন আন শিতানত ২.৫০০ টকা দিয়াৰ ব্যৱস্থা কৰিছে। যদি ঋণৰ প্ৰয়োজন হয়, তেনেহ'লে এনে ঋণৰ বাবে শতকৰা ৫.১ টকা সূত ধাৰ্য কৰিছে। দেখা গৈছে কেঁচাপাত বেছি লাভ কৰিব লাগিলে খেতিয়কজনে প্ৰতি কেজি পাত ৫.৫০-৬.০০ কৈ বেচিব লাগিব। (The Small Tea Growers of Assam by Dr. A.K. Neog Paper presented at Seminar held at Jorhat College. 1992)

## ক্ষুদ্ৰ চাহখেতিয়কৰ সমস্যা

ক্ষুদ্ৰ চাহ খেতিয়কসকলৰ বেছি ভাগেই আগৰ পৰা চাহখেতিত অভিজ্ঞ নহয়। তেওঁলোকৰ বহুতৰেই চাহখেতি কৰিবলৈ, মাটি, চাহৰ উন্নত বীজ, সাৰ, কীট-পতংগ বা আন আন ৰোগ নিয়ন্ত্ৰণ কৰিবলৈ ঔষধ কিনি চাহ খেতিত প্ৰয়োগ কৰিবলৈ ধনৰ অভাৱ। চাহপাত মাৰি চাহ বনাবলৈ কলঘৰ নাই। চৰকাৰ আৰু বেঙ্ক সমূহৰ পৰা ঋণ পোৱাও সহজ নহয়। গতিকে এই শ্ৰেণী চাহ খেতিয়কৰ বিভিন্ন সমস্যা বাঢ়ি আহিছে॥ ক্ষুদ্ৰ চাহখেতিয়ক সকলৰ সমস্যা চোৱা-চিতা কৰিবলৈ আৰু চৰকাৰৰ পৰা প্ৰয়োজনীয় সহায় পাবলৈ "ক্ষুদ্ৰ চাহ খেতিয়ক সন্থা"ৰ জন্ম হৈছে। তেখেত সকলে চৰকাৰক তেখেত সকলৰ সমস্যা অৱগত কৰিছে আৰু চৰকাৰৰ সহায় বিচাৰিছে। ক্ষুদ্ৰ চাহ খেতিয়ক সকলৰ মূল সমস্যা হ'ল মাটি। তেখেত সকলে পতিত চৰকাৰী, চিলিঙৰ মাটি আৰু সংৰক্ষিত মাটিত চাহখেতি কৰিবলৈ পট্টা বিচাৰিছে। মাটিৰ পট্টা দিয়াৰ নীতি সৰল। সংৰক্ষিত মাটি বা গাঁৱত চাহ খেতি কৰিবলৈ ইচ্ছা কৰা ক্ষুদ্ৰ চাহ খেতিয়কৰ বাবে ধাৰ্য কৰা মাটিৰ পৰিমাণ ৩০ বিঘাৰ পৰা ২৫০ বিঘালৈকে বন্দোবস্তি দিয়াৰ ব্যৱস্থা কৰা ইত্যাদি। দ্বিতীয়তে, কেঁচা চাহপাতৰ ওপৰত আৰোপ কৰা প্ৰতি কেজি চাহৰ বিক্ৰীকৰ ৫.৫০ পইচা সম্পূৰ্ণ ৰূপে ৰেহাই দিয়া আৰু ৰাজ্যিক আৰু কেন্দ্ৰীয় কৃষিকৰৰ পৰা সম্পূৰ্ণ ৰেহাই দিয়াৰ ব্যৱস্থা কৰা ইত্যাদি। ক্ষুদ্ৰ চাহ খেতিয়কসকলৰ



নিজা কলঘৰ নথকাটো প্ৰধান সমস্যা। বৰ্তমান অৱশ্যে কোনো ক্ষুদ্ৰ চাহ খেতিয়কে ব্যক্তিগত যেনে ববহাট, ৰাজগড়, মাকুম আদিত কলঘৰ নিৰ্মাণ কৰিছে। বেছি ভাগ চাহ খেতিয়কে তেওঁলোকৰ ওচৰৰ চাহ বাগিচাত কেঁচা চাহপাত বেচে। গতিকে এনে চাহ বাগিচা বা কোম্পানীক কেঁচা চাহপাত উচিত মূল্যত ক্ৰয় কৰিবলৈ বাধ্য কৰোৱাটো চৰকাৰৰ পৰা বিচাৰে। ক্ষুদ্ৰ চাহ খেতিয়ক সকলে যাতে নিজেই চাহ প্ৰস্তুত কৰিব পাৰে তাববাবে চৰকাৰৰ সাহায্য আৰু বেংকৰ ঋণ দিয়াৰ ব্যৱস্থা কৰাব লাগে, ইত্যাদি (আজিৰ অসম, ১৫-৮-৯৩)।

ক্ষুদ্ৰ চাহখেতিয়কসকলক ঋণ দিবলৈ 'নাবাৰ্ড (ৰাষ্ট্ৰীয় কৃষি আৰু গ্ৰামোন্নয়ন বেংক) অতিশয় আগ্ৰহী বুলি জনা গৈছে। কিন্তু এনে ঋণ পাবলৈ বহুতো চৰ্ত আছে। যাৰ বাবে ঋণ পোৱা অসুবিধা। বহুক্ষেত্ৰত ভাৰতীয় চাহ বৰ্ডৰ পৰাও আৰ্থিক সাহায্য পোৱাও অসুবিধা আছে। ক্ষুদ্ৰ চাহখেতিয়কসকলে উন্নত কৃষি আৰু কাৰিকৰী পৰামৰ্শ পাবলৈ টোকলাই চাহ গৱেষণাগাৰৰ পৰাও সহায় পৰামৰ্শ পাব নোৱাৰে। এই ক্ষেত্ৰত অসম কৃষি বিশ্ববিদ্যালয়ৰ "চাহ বিজ্ঞান আৰু চাহ কাৰিকৰী" বিভাগে ক্ষুদ্ৰ চাহখেতিয়কসকলক সকলো ধৰণৰ দিহা পৰামৰ্শ আগবঢ়াইছে আৰু ক্ষুদ্ৰ চাহখেতিয়কসকল ইয়াৰ দ্বাৰা উপকৃত হৈছে।

অসমৰ তথা ভাৰতৰ উজ্জ্বল অৰ্থনৈতিক অৱস্থা বহু পৰিমাণে এই ক্ষুদ্ৰ চাহখেতিয়ক সকলৰ অৱদানৰ ওপৰত নিৰ্ভৰ কৰিছে। ভাৰতবৰ্ষই ২০০০ চনত ১০০০ নিযুত কি:গ্ৰাম চাহ উৎপাদন কৰিবলৈ যি লক্ষ্য ঠিক কৰিছে, এই লক্ষ্যত উপনীত হ'বলৈ ক্ষুদ্ৰ চাহ খেতিয়ক সকলৰ অৱদান অনস্বীকাৰ্য। সেয়ে চৰকাৰে এই ক্ষুদ্ৰ অথচ মহৎ কামত লগা এই উদ্যোগী কৰ্মী পুৰুষক সকলো ধৰণৰ যুক্তিগত সহায় আগবঢ়োৱা উচিত। অসমৰ এই ক্ষুদ্ৰ চাহখেতিয়কসকলে অসমৰ আৰ্থসামাজিক জগতত এক আলোড়নকাৰী পৰিবৰ্তন অনাৰ সম্ভাৱনা অতি উজ্বল।

# চাহশিল্পত সংকট আৰু ইয়াৰ সামাজিক দায়বদ্ধতা

অসমৰ মানুহৰ সামাজিক আৰু অৰ্থনৈতিক উন্নয়নত চাহশিল্পই কি ভূমিকা গ্ৰহণ কৰিছে আৰু সেই বিষয়ে বহুতো মানুহে প্ৰশ্ন কৰিব ধৰিছে। ইংৰাজ চাহখেতিয়ক সকলে অসমক ধনী কৰাই মুখ্য উদ্দেশ্য আছিল। চাহশিল্পৰ দ্ৰুত উন্নয়ন আৰু বিকাশত তেওঁলোকে যি কিছুমান কাম কৰিব লগা হৈছিল তাৰ বাবে অসমৰ সামাজিক আৰু অৰ্থনৈতিক বিকাশ ঘটিছিল। বিশেষকৈ অসমৰ পৰিবহণ ব্যৱস্থাৰ দ্ৰুত বিকাশ আৰু উন্নতি ইংৰাজ চাহখেতিয়কসকলৰেই অৱদান বুলি ক'ব পাৰি। চাহশিল্প এনেধৰণে গঢ়ি উঠিছিল যে ইয়াৰ ব্যৱসায়, চাকৰি-বাকৰি, নিযুক্তি পদ্ধতি, বাগিচাৰ ভিতৰুৱা জীৱন, কথা-বতৰা এক আছুতিয়া পদ্ধতিৰে গঢ়ি উঠিছিল। ৰাইজে এই বিষয়ে জনাবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল আৰু চৰকাৰেও বাগিচা সমূহক যেন নিজৰ ইচ্ছা মতে চলিবলৈ দিছিল। স্বাধীনতাৰ আগতে অসমৰ বেছি ভাগ বাগিচাৰ মালিকি স্বত্ব ডাঙৰ ডাঙৰ ইংৰাজ ব্যৱসায়ীৰ হাতত আছিল। স্বাধীনতাৰ পাছত লাহে লাহে এই ডাঙৰ ব্যৱসায়ী বা কোম্পানীবোৰে অসমত চাহৰ ব্যৱসায় এৰি যাব ধৰে। যাবৰ সময়ত তেওঁলোকে এই বাগিচাবোৰ ভাৰতীয় ধনী ধনী পুঁজিপতিৰ হাতত টকাৰ বিনিময়ত লণ্ডন বা কলিকতাত বিক্ৰী কৰি গুচি যায়।

ইংৰাজৰ দিনত যিদৰে চাহশিল্পৰ ওপৰত অসমীয়া মানুহৰ কৰ্তৃত্ব বা নিয়ন্ত্ৰণত নাছিল ঠিক সেইদৰে বৃটিছে এই বাগিচাৰ দায়িত্ব ভাৰতীয় পুঁজিপতিৰ হাতত দি যোৱাত অসমীয়া মানুহৰ আগৰ দৰেই কৰ্তৃত্ব বা নিয়ন্ত্ৰণ হেৰুৱাব লগা হৈছিল। এটা কথা সঁচা যে বৃটিছে সেই সময়ত বিক্ৰী কৰিব খোজা বাগিচাবোৰ কিনি লবলৈ অসমত সিমান ধনী ব্যৱসায়ী নাছিল, ফলস্বৰূপে আমি চাহৰ ডাঙৰ ডাঙৰ ব্যৱসায়ত টাটা, মোৰী, বিৰলা, জয়শ্ৰী, খাইটান, সিংঘানীয়া, জালান, শেঠীয়া, পাল, পল; আদি আগতে চাহৰ ব্যৱসায় নকৰা আৰু এই ব্যৱসায়ত নাম নুশুনা কিছুমান ধনী ধনী ব্যৱসায়ীৰ নাম শুনো। অসমৰ চুকেকোণে থকা অসমৰ চাহ বাগিচাৰ মাটিত এই ধৰণৰ আচহুৱা নামৰ চাইনব'ৰ্ড থিয় দি উঠিল। সংবাদ পত্ৰৰ যোগেদিও গম পোৱা গ'ল



যে অসমৰ চাহ বাগিচাবোৰৰ মালিকিস্বত্ব এতিয়া উত্তৰ ভাৰতৰ এইসকল বিখ্যাত লোকৰ হাতত। এওঁলোকেও সম্পূৰ্ণ নিজা স্বাৰ্থত, কলিকতাত প্ৰশাসনিক কাৰ্যালয় খুলি চাহবাগিচাৰ প্ৰশাসনীয় কাম-কাজ চলাবলৈ ধৰিলে। এই বাগিচাবোৰত কাম কৰিবলৈ কেৰাণী, বিত্তীয় বিষয়া, সহকাৰী মেনেজাৰ, মেনেজাৰ আদি ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰৰ পৰা আহিবলৈ ধৰিলে। ইংৰাজৰ যুগত বহুতো কেৰাণী, মহৰী, আৰু আন আন চাকৰিত থলুৱা অসমীয়া মানুহে নিযুক্তি পাইছিল আৰু ইংৰাজ বিষয়া মালিকৰ পৰা ভাল কামৰ বাবে প্ৰিয়পাত্ৰ হৈছিল। কিন্তু এই নতুন মালিকসকলে কাৰোবাৰ যোগেদিয়ে হওক বা নিজা অভিজ্ঞতাৰে হওক, তেওঁলোকে অসমীয়া মানুহে কাম নকৰে তেওঁলোক এলেহুৱা, খোদ কামত ফাকি দিয়ে, সময়মতে দায়িত্ব পালন নকৰে, ইত্যাদি কথাৰ অজুহাত দেখুৱাই তেওঁলোকে অসমৰ বাগিচাত কাম কাজ চলাবলৈ বহুতো বাহিৰৰ মানুহক নিযুক্তি দিবলৈ ধৰিলে। অসমীয়া মানুহে ভাবিবলৈ ধৰিলে- এই চাহ কোম্পানীৰ মালিকসকলে থলুৱা লোকক বঞ্চিত কৰিছে। নিবনুৱা সমস্যা বাঢ়িছে; কিন্তু এই চাহ বাগিচাৰ মালিকসকলে বাহিৰা মানুহকে নিযুক্তি দিছে, অসমৰ পৰা শ, শ, কোটি টকা নি বাহিৰত খটুৱাইছে, অসমৰ ৰাইজ আৰু চৰকাৰ চাহশিল্পৰ পৰা মুঠেই উপকৃত হোৱা নাই; বৰং অসমৰ সম্পদৰ লুণ্ঠনহে চলিছে, শোষণ নিষ্পেষণৰ ৰাজত্বহে চলিছে। সেয়ে বহুদিনৰ এই শোষণৰ পৰিণাম কি হ'ব পাৰে চাহ শিল্পৰ গুৰিয়াল সকলে ভাবিবই পৰা নাছিল অথবা ভাবিবৰ আৱশ্যক নাছিল তেওঁলোকৰ কাম কাজ অসমীয়া মানুহৰ স্বাৰ্থৰ বিৰুদ্ধে বিনা প্ৰতিবাদে চলাই নিছিল। কিন্তু যোৱা ৩-৪ বছৰত চাহ শিল্প উগ্ৰপন্থীৰ আক্ৰমণৰ লক্ষ্য হৈ পৰিল। উগ্ৰপন্থীৰ গুলিত এজন বিখ্যাত চাহ ব্যৱসায়ী নিহত হ'ল। বিৰাট বিৰাট অংকৰ ধনৰ দাবী আহিল, অপহৰণ হত্যা আদি ঘটনাই চাহ শিল্প আক্ৰমণৰ লক্ষ্য হৈ পৰিল। অনা-অসমীয়া চাহ বাগিচাৰ মালিক আৰু তেওঁলোকৰ কৰ্মচাৰীৰ নিৰাপত্তা নাইকিয়া হৈ পৰিল। চৰকাৰেও অসমৰ চুকে-কোণে থকা চাহ বাগিচাৰ বিষয়াসকলক নিৰাপত্তা দিয়াত ব্যৰ্থ হ'ল। সেই কাৰণে ভাৰতীয় চাহ সন্থাৰ বিষয়াসকলে তেওঁলোকৰ নিৰাপত্তাৰ বাবে এক "চাহ নিৰাপত্তা বাহিনী"সন্থাৰ নিজৰ খৰচত আধুনিক অস্ত্ৰৰে গঠন কৰি উগ্ৰপন্থীৰ লগত মোকাবিলা কৰিবলৈ এক বাহিনী গঢ়ি তুলিবলৈ চৰকাৰ পৰা অনুমতি বিচাৰিলে। চৰকাৰকে তেওঁলোকৰ নিৰাপত্তাহীনতা আৰু এইদৰে উগ্ৰপন্থীৰ আক্ৰমণ চলি থাকিলে

শেষত চাহৰ উৎপাদনকামী অহাৰ ইংগিত দিলে। গুৱাহাটী চাহ নিলাম বজাৰত নিলাম সাময়িকভাৱে- ক্ষতিগ্ৰস্ত হৈছিল। অৰ্থাৎ চাহ শিল্পত সংকটে দেখা দিলে। ইতিমধ্যে বহুতো অনা-অসমীয়া অভিজ্ঞ চাহ বিষয়াই চাহ বাগিচাৰ চাকৰি এৰি যোৱাৰ খবৰ প্ৰকাশ পালে। চৰকাৰে চাহ বাগিচাৰ বিষয়াৰ নিৰাপত্তা আৰু চাহশিল্পৰ উজ্বল ভৱিষ্যতৰ বাবে এই বাহিনী গঢ়ি তুলিবলৈ অনুমতি দিলে। (The Economic Times August, 8. 1993) অৱশ্যে চাহ জনজাতি ছাত্ৰ সন্থাই এই নিৰাপত্তা বাহিনী গঠনত বিৰোধিতা কৰিছে বুলি প্ৰকাশ। তেওঁলোকে ভাৱে যে এই বাহিনীৰ দ্বাৰা শ্ৰমিকৰ গণতান্ত্ৰিক দাবী আৰু মতামতৰ কণ্ঠৰোধ কৰিবলৈহে আৰু সম্পূৰ্ণ ভাৱে চাহ বাগিচাৰ মালিকৰ স্বাৰ্থত খটুৱাবৰ বাবেহে এই বাহিনী খোলা হ'ব। এই নিৰাপত্তা বাহিনী শ্ৰমিকক দাস ৰূপে থাকিবলৈ ব্যৱহাৰ কৰা হ'ব (দৈনিক জনমভূমি ১.১০.৯৩)।

যিয়ে নহওঁক অপহৰণ আদিৰ দ্বাৰা নিৰ অপৰাধী লোকক হত্যাৰে সমস্যা সমাধান নহয়। বৰ্তমান অসমৰ চাহ শিল্পই বহুতো সামাজিক আৰু জনকল্যাণমূলক আঁচনি গ্ৰহণ কৰিছে। চিকিৎসা, শিক্ষা, খেলা-ধূলা, সাহিত্য-সংস্কৃতি, খোৱা পানী, কৃষি আদি সমাজৰ উন্নতিত সহায় কৰা বিভিন্ন আঁচনি লৈছে। এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে বহুতো অসমীয়া চাহ খেতিয়কে তেওঁলোকৰ সামাজিক দায়বদ্ধতা বুজি পাইছিল আৰু আৰ্থসামাজিক উন্নয়নৰ বাবে দান দক্ষিণা কৰিছিল। নতুনকৈ চাহ খেতি কৰা ক্ষুদ্ৰ চাহ খেতিয়ক সকলেও তেওঁলোকৰ সামৰ্থ অনুসাৰে আৰ্থসামাজিক উন্নয়নত ধন ব্যয় কৰিছে।

বহুতো চাহ কোম্পানী যেনে— উইলিয়ামচ এণ্ড মেগৰ, টাটা, চাহ সন্থা আৰু চাহ খেতিয়কে সামাজিক দায়বদ্ধতা মানি লৈছে আৰু সামাজিক কাম-কাজত আগবাঢ়িছে।

জানিব পৰা মতে ভাৰতীয় চাহ সন্থাৰ অসম শাখাই ইতিমধ্যে বহুতো জনকল্যাণমূলক আঁচনিত ধন ব্যয় কৰিছে। বাতৰিত প্ৰকাশ যে এবিটাৰ (ABITA) গুৱাহাটীৰ মুখ্য কাৰ্যালয়ে ২৩, ১৮,৮৭৭.০০ টকা, এবিটাৰ ১ নং শাখাই (Zone-2) ৬৭,৬১,০৮৪.৪২ টকা, এবিটাৰ ২ নং শাখাই (zone-2)৫৬,২১,৪৬৮.১৬ টকা, এবিটাৰ ৩নং শাখাই (Zone-3) ১,০০,১৭,০২৪৩৫ টকা ব্যয় কৰিছে। অৰ্থাৎ এবিটাই সৰ্বমুঠ ২,৪৭,2৮৪৫৩,৯৩ টকা বাইজৰ সেৱাত খৰচ কৰিছে। (The Assam Tribune 31.8.93)



## বিভিন্ন সময়ৰ বিখ্যাত চাহদানি সমূহৰ আৰ্হি



ছবি ঃ ১ - প্ৰাচীন পাথৰেৰে বনোৱা চীনদেশীয় চাহদানি



ছবি ঃ ২ - অষ্টভূজীয় চীনদেশীয় চাহদানি



ছবি ঃ ৭ - ১৭০৯



ছবি ঃ ৮ - ১৭৪২





ছবি ঃ ৯ - ১৭৬৪



ছবি ঃ ১০ - ১৭৭০-৭৫



ছবি ঃ ১১ - চন্টপ্রেজ ষ্টেফর্ডচায়াব ১৭৭০



ছবি ঃ ১২ - ৱেজউদ ১৭৮৩



ছবি ঃ ১৩ - মেচান, ১৭৭৫



ছবি ঃ ১৪ -ইংলেণ্ডৰ প্ৰথম ৰূপেৰে বনোৱা চাহদানি ১৬১০ - ৭১





ছবি ঃ ১৫ - ১৬৯০



ছবি ঃ ১৬ - ৰূপৰ টি কেট্‌লি ১৭১২

ছবি ঃ ১৭ - এষ্টবাৰি চাহদানি



ছবি ঃ ১৮ - লয়েষ্টটফ্ ১৭৬৫



ছবি ঃ ১৯ - বাৰ্কিংহাম



ছবি ঃ ২০ - শ্বেফিল্ডপ্লেট



ছবি ঃ ২১ - বাৰ্জ ১৮৯০



## দ্বিতীয় ভাগ

# চাহৰ বৈজ্ঞানীক দিশ

# অসমত চাহ গবেষণাৰ আৰম্ভণি আৰু টোকলাই চাহ গৱেষণাগাৰ

চাহখেতি এক বিশেষ কৃষি পদ্ধতি অনুসৰণ কৰি কৰা হয়। চাহ খেতিত যি কৃষি পদ্ধতি অনুসৰণ কৰা হয়, তেনে কৃষি পদ্ধতি অইন কোনো খেতিতে অনুসৰণ কৰা নহয়। চাহৰ বাবে কুমলীয়া পাত ছিঙা হয়। গছবোৰ জোপোহা জোপোহা কৰি শাৰী শাৰীকৈ ৰোৱা হয়, চাহ গছৰ মাজে মাজে ডাঙৰ ডাঙৰ গছ ছাঁ দিবলৈ ৰোৱা হয়। চাহবাগিচা এখন এনেদৰে গঢ়ি তোলা হয় যে দূৰৰ পৰা দেখিলে এখন মসৃণ সেউজীয়া ওখ যেন লন' (lawn) হে। অন্য কোনো ধৰণৰ খেতিত চাহৰ দৰে লব লগা কৃষি পদ্ধতি লব লগা নহয়। পৃথিৱীৰ বিভিন্ন দেশৰ মাটি আৰু জলবায়ু বেলেগ বেলেগ। পৃথিৱীৰ বহুতো অঞ্চলত চাহখেতি কৰা হয় আৰু সেয়ে দেশে দেশে কৃষি পদ্ধতি বেলেগ বেলেগ। জলবায়ুৰ তাৰতম্য আৰু চাহ গছৰ বৃদ্ধিত জলবায়ুৰ প্ৰভাৱ লক্ষ্য কৰি থলুৱা কৃষি পদ্ধতি উদ্ভাৱন কৰি এনে ফলদায়ক কৃষি পদ্ধতি অনুসৰণ কৰা হয়। যিকোনো শস্যৰ খেতিত অধিক উৎপাদন আৰু উচ্চ মানদণ্ডৰ (quality) উৎপন্ন বস্তু পাব খুজিলে উন্নত কৃষি পদ্ধতি অৱলম্বন কৰিবই লাগিব।

বৃটিছ চাহ খেতিয়ক সকলে অসমত চাহ শিল্প গঢ়ি তোলাত সফল হোৱাৰ পিছত চাহ শিল্পৰ উন্নতিৰ ক্ষেত্ৰত যে গৱেষণাৰ প্ৰয়োজন সেই বিষয়ে অনুভৱ কৰিলে। তেওঁলোকৰ যত্নতে চাহ খেতিয়ক সকলৰ প্ৰাণকেন্দ্ৰ স্বৰূপ টোকোলাই গৱেষণাগাৰৰ জন্ম হয়। বহু চাহ খেতিয়কৰ বিজ্ঞান সন্মত ধাৰণা আছিল আৰু চাহ খেতিৰ বাবে লব লগা ব্যৱস্থাবোৰ নিজে অধ্যয়ন কৰি প্ৰয়োগ কৰিছিল। প্ৰিফিট, ফেলক'নাৰ আৰু ৰয়লিৰ নিচিনা বিজ্ঞানীসকলে ভাৰতীয় চাহ উদ্যোগৰ লগত বহু আগৰ পৰাই জড়িত আছিল। অৱশ্যে ১৮৮৪ চনৰ পৰাহে চাহৰ বিষয়ে প্ৰকৃত গৱেষণা আৰম্ভ হয় বুলি ক'ব পাৰি। সেই বছৰতে আমগুৰি চাহ বাগানৰ জে বাৰ্কিংহাম চাহাবে ছাঁ- গছৰ উপকাৰিতা সম্পৰ্কে ভাৰতীয় চাহ সন্থাৰ মুখ পত্ৰত প্ৰকাশ কৰি দৃষ্টি আকৰ্ষণ কৰে। ১৮৮৬ চনত কৰ্ণাফুলি চাহ সন্থাৰ এ,এফ ডাওলিঙে ১৮৮৬ চনত চাহ উদ্যোগৰ উন্নতিৰ

কাৰণে ৰসায়ণবিদৰ প্ৰয়োজনৰ কথা প্ৰকাশ কৰে। ভাৰতীয় চাহ উদ্যোগ আৰু কৃষি উদ্যোগ সন্থাই এম,কে, কেলৰ্ৰে বেমবাৰক ৰসায়নবিদ হিচাপে নিযুক্তি দিছিল। বেমবাৰে ১৮৯১ চনত মাহিলী চাৰিশ টকা দৰ্মহাত ১৮ মাহৰ বাবে নিযুক্তি পায়। বেমবাৰে চাহ খেতিত ভাল নলা ব্যৱস্থা, ২x৩ ফুট দূৰত্বত চাহ ৰোপন কৰাৰ ক্ৰুটি সমূহ, শ্ৰুনিংবোৰ জ্বলাই দিয়াৰ কথা আৰু ইঞ্জিনৰ ছাঁই সাৰ হিচাপে ব্যৱহাৰ কৰাৰ কথা উল্লেখ কৰে। ইয়াৰ পিছত বেমবাৰে চাহৰ ফাৰ্মেনটেচন হ৩লে হোৱা পৰিবৰ্তন, চাহৰ পাতত থকা সুগন্ধি তেলৰ উপকাৰিতা আৰু কেঁচা পাতৰ ৰাসায়নিক গঠনৰ বিষয়ে অধ্যয়ন কৰে। ইয়াৰ উপৰিও চাহ গছৰ পোক পতঙ্গ মৰাৰ বিষয়ে অধ্যয়ন কৰে। তেখেতে তেখেতৰ অধ্যয়ন সমূহ "The Chemistry and Agriculture of tea" নামৰ গ্ৰন্থত প্ৰকাশ কৰে।" বেমবাৰে ১৮৯৩ চনত এই কাম এৰি অন্য কামত যোগ দিয়ে। ইয়াৰ ফলত চাহৰ গৱেষণা বাধাপ্ৰাপ্ত হয়। এই সময়তে চাহ খেতিয়কসকলে কীট-পতঙ্গ, মহামাৰীৰ পৰা চাহগছ আক্ৰান্ত হোৱা লক্ষ্য কৰি এই বিষয়ে অনুসন্ধাত কৰাত জোৰ দিয়ে। ভাৰতীয় চাহ সন্থাৰ সভাপতি জে, বাকিংহামে ভাৰত চৰকাৰক এজন পতংগবিদ বিচাৰে, সেই সময়ত ড: জৰ্জৱাট ভাৰত চৰকাৰৰ অৰ্থনৈতিক বিষয়ক ৰিপৰ্টাৰ আছিল আৰু তেওঁক অসমলৈ পঠাই Adhatoda vasica নামৰ উদ্ভিদৰ কীটনাশক হিচাপে ফলাফলৰ বিষয়ে অনুসন্ধান কৰিবলৈ কোৱা হয়। ৱাট অসমলৈ আহিল আৰু নানা সমস্যাৰ প্ৰতি লক্ষ্য কৰি চাহগছ আৰু খেতিৰ ক্ষেত্ৰত প্ৰকৃত অধ্যয়নৰ ওপৰত গুৰুত্ব আৰোপ কৰিলে। তেখেতে তেখেতৰ মন্তব্য বোৰ সমূহ ১৮৯৫ চনত জে বাকিংহামক দিলে। আৰু লগতে চাহগছৰ বিষয়ে অধ্যয়ন কৰিবলৈ এজন পূৰ্ণ পৰ্যায়ৰ বিজ্ঞানী নিযুক্ত দিবলৈ পৰামৰ্শ আগবঢ়ালে। ১৮৯৯ চনত লণ্ডন আৰু ভাৰতত থকা চাহ সন্থাই চাহ গৱেষণাৰ কাৰণে এটা সন্থা স্থাপন কৰিবলৈ চেষ্টা কৰাৰ কথা অসম আৰু বংগ চৰকাৰক জনালে আৰু এই আঁচনিত খৰচ যোগাবলৈ অনুৰোধ কৰিলে। অসম আৰু বংগ চৰকাৰে বছৰি ক্ৰমে ৫০০০ আৰু ২০০০ টকা বৈজ্ঞানিক গৱেষণাৰ বাবে আগবঢ়ালে। ভাৰতীয় চাহ সন্থাই হেৰল্ডমানক বৈজ্ঞানিক বিষয়া হিচাপে নিযুক্তি দিয়ে। মানে বসন্তকালত ১৯০০ চনত এই কামত যোগ দিয়েহি।

মানে, আৰম্ভণিৰ পৰা চাহ উদ্যোগত যথেষ্ট প্ৰভাৱ পেলাইছিল। মানৰ মুখ্য কাৰ্যালয় সেই সময়ত কলিকতাত আছিল আৰু তেখেতক ইণ্ডিয়ান



মিউজিয়ামৰ কোঠাকে ব্যৱহাৰ কৰিবলৈ দিছিল। মানে অধ্যয়নৰ কাৰণে যথেষ্ট মফচল কৰি গৱেষণাৰ আঁচনি তৈয়াৰ কৰিলে। মানে ১৯০২ চনত ভাৰতীয় চাহ সন্থাৰ অনুৰোধ ক্ৰমে চাহ গৱেষণাৰ পঅসাৰণৰ প্ৰস্তাৱ দিলে। ক্লদ হাটছিনছনে মানৰ সহায়কাৰী হিচাপে ১৯০৪ চনত যোগ দিয়েহি। মানে তেওঁ প্ৰভাৱ সমূহৰ ভিতৰত চাহ অঞ্চলৰ ওচৰত এটা গৱেষণাগাৰ স্থাপনৰ ওপৰত গুৰুত্ব আৰোপ কৰে। অসমত পাতিব কোজা গৱেষণাগাৰৰ কাৰণে ইতিমধ্যে যোৰহাট অঞ্চলেই অতি উপযুক্ত ঠাই বুলি গণ্য কৰা হয়। কাম আৰম্ভ কৰিবৰ বাবে স্কৰ্টিছ আসাম টি কোম্পানীয়ে এটা সৰু ঘৰ আৰু গৱেষণা আৰম্ভ কৰিবৰ কাৰণে কিছুমান আগতে ৰুই যোৱা চাহগছ দিছিল। ১৯০৪ চনত মৰিয়নিৰ শিলিখাৰ ওচৰত ৩২ একৰ মাটি গ্ৰহণ কৰিলে আৰু বিভিন্ন পৰীক্ষা চলাবলৈ সিদ্ধান্ত ল'লে।

এইদৰে মানৰ দিনত গৱেষণা আৰু গৱেষণাগাৰ স্থাপনৰ কাম আগবাঢ়িল। চাহগছ আৰু উৎপাদন প্ৰণালী অধ্যয়ন কৰিবলৈ সময়ে সময়ে নিযুক্তি দিয়া বিজ্ঞানী সকলে চাহ বিজ্ঞানৰ প্ৰগতিত গুৰুত্বপূৰ্ণ ভূমিকা লৈ গধুৰ বৰঙণি দিছিল। মানৰ দিনৰে পৰা কবলৈ গ'লে প্ৰকৃত চাহ অধ্যয়ন চাহ গৱেষণা আৰু গৱেষণাগাৰৰ ভেটি স্থাপন বুলি ক'ব পাৰি। সাত বছৰ কাল মানে চাহ অধ্যয়নৰ ভেটি স্থাপন কৰি কাম ইস্তফা দিলে আৰু পুণাত থকা ভাৰতীয় কৃষি শিক্ষা কেন্দ্ৰত অধ্যক্ষ হিচাপে যোগ দিলেগৈ। ১৯০৬ চনত চাহগছৰ পৰা পোৱা অধ্যয়নৰ ফলসমূহ সৰু সৰু পুস্তিকা আকাৰত তেওঁ প্ৰকাশ কৰিলে। কিয়নো তেখেতে অনুভৱ কৰিছিল যে চাহ উদ্যোগ উপকৃত হবলৈ গৱেষণাগাৰৰ ফলাফল চাহ খেতিয়কে গঢ়িবলৈ পাব লাগিব।

মানৰ পিছত হাছিনচনে মানে এৰি যোৱা দায়িত্ব ভাৰ লয়। তেওঁৰ গৱেষণাত ড: জি: জি: হ'প আহি যোগ দিলেহি। কিন্তু হাছিনচনে অসুখত পৰি কাম এৰিব লগা হয়। হ'প মুখ্য বিজ্ঞান বিষয়া হল আৰু তেওঁৰ সহায়কাৰী হিচাপে পি এইচ কাৰ্পেন্টাৰে যোগ দিলে। ড: হ'পে শিলিকাত দেখা দিয়া নানা ধৰণৰ অসুবিধা সমূহৰ বাবে এই গৱেষণাগাৰ ওচৰৰে অন্য অঞ্চলত পুনৰ স্থাপনৰ কথা চিন্তা কৰিলে। এই সকলো কথালৈ লক্ষ্য কৰি ভাৰতীয় চাহ সন্থাই টোকোলাইত চাহ গৱেষণাগাৰৰ স্থান বিচাৰি যোৰহাট টি কোম্পানীৰ লগত কথা বতৰা হ'ল। ১৯১১ চনত টোকোলাইত গৱেষণাগাৰ স্থাপনৰ কাম আগবাঢ়িল। ১৯১১ চনত এচি টানষ্টলে উদ্ভিদ ৰোগ বিশেষজ্ঞ হিচাপে

যোগ দিয়েহি। ১৯১৪ চনত দ্বিতীয় এজন চায়েন্টিফিক অফিচাৰ কুপাৰক নিযুক্তি দিলে। ১৯১৪ চনত প্ৰথম মহাসমৰ আৰম্ভ হওঁতে টোকোলাই গৱেষণাগাৰৰ কাম কাজ বাধাপ্ৰাপ্ত হ'ল। ড: হ'প আৰু কাৰ্পেন্টাৰে সমৰ বাহিনীত যোগ দিব লগা হৈছিল। যুদ্ধৰ শেষত হ'পৰ স্বাস্থ্য ভাঙি মুখ্য বিজ্ঞান বিষয়া হ'ল। কাৰ্পেন্টাৰৰ নেতৃত্বত চাহ গৱেষণাগাৰে এক নতুন ৰূপ ল'লে। তেওঁ চাহৰ বেলেগ বেলেগ ভাগবোৰ অধ্যয়ন কৰিবলৈ মানুহ নিযুক্তি দিলে। নতুন নতুন বিভাগো খোলা হ'ল। ক্ৰমাৎ চাহ সম্পৰ্কে নতুন নতুন তথ্য জনা যায়।

আজি টোকোলাই চাহ গৱেষণাগাৰ পৃথিৱীৰ ভিতৰত সবাতোকৈ পুৰণা আৰু বৃহত্তম চাহ গৱেষণা কেন্দ্ৰ। এই গৱেষণাগাৰতেই চাহৰ বিষয়ে বহুত তথ্য জনা গৈছে আৰু ক'বলৈ গলে এই গৱেষণাগাৰেই "চাহ বিজ্ঞানৰ" জন্ম দিছে। যি সময়ত অসমত চাহ গৱেষণাগাৰ গঢ়ি উঠিছিল সেই সময়ত অসমৰ কলেজত বিজ্ঞান গঢ়াৰ সুবিধা নাছিল। এই গৱেষণাগাৰত বহুতো অসমীয়া মেধাবী ল'ৰাক ডিগ্ৰী নোহোৱাকে নিযুক্তি দিয়া হৈছিল। এইসকল অসমীয়াই চাহ উদ্ভিদ বিজ্ঞানৰ গৱেষণা পদ্ধতি শিকে। আৰু এখেত সকলৰ বহুতৰেই গধুৰ বৰঙণি আছে।

জৈৱ ৰসায়ন বিজ্ঞান, উদ্ভিদ বিজ্ঞান, পতংগ বিদ্যা, পৰিসংখ্যা বিজ্ঞান, কৃষি বিজ্ঞান, মাটি বিজ্ঞান, প্ৰযুক্তি বিদ্যা আদি সকলো বিষয়ৰ কিতাপ আৰু গৱেষণা পত্ৰিকাৰে সুসজ্জিত পুথিভঁৰাল আৰু অসমৰ নানা ঠাইৰ পৰা সংগ্ৰহ কৰা উদ্ভিদৰ মূল্যবান হাৰবেৰিয়াম ইয়াত আছে।

## জলবায়ু আৰু চাহখেতি

কোনো শস্যৰ কোনো অঞ্চলত কৃতকাৰ্য হোৱাটো সেই অঞ্চলৰ জলবায়ু আৰু মাটিৰ গুণাগুণৰ ওপৰত নিৰ্ভৰ কৰে। উষ্ণতা, বৰষুণ আৰু দিন ৰাতিৰ দৈৰ্ঘ্যই গছ-গছনিৰ বৃদ্ধিত গধুৰ প্ৰভাৱ পেলায়। চাহৰ প্ৰসাৰণ আৰু কৰ্ষণ লক্ষ্য কৰিলে দেখা যায় যে চাহ এক বিস্তৃত জলবায়ুৰ মাজত হয়। চাহ উদ্ভিদ বিজ্ঞানীসকল যেনে— ইদেন, হাৰ্লাৰ আদিয়ে চাহৰ কাৰণে সমতাপ আৰু উচ্চ আৰ্দ্ৰতা আৰু নিয়মীয়াকৈ হোৱাৰ পৰা যথেষ্ট পৰিমাণে বৰষুণ হোৱা অঞ্চলত চাহ ভাল ভাবে হোৱা কথা উল্লেখ কৰিছে চাহ খেতিত



বৰষুণ আৰু উষ্ণতাই যথেষ্ট প্ৰভাব বিস্তাৰ কৰে। সাধাৰণতে গড় হিচাপে ৮৫ ফা: অধিক আৰু ৫৫. ফা: নিম্ন উষ্ণতাত চাহ গছৰ বৃদ্ধিত বাধা প্ৰাপ্ত হয়।

## অসম আৰু চাহখেতি

ব্ৰহ্মপুত্ৰ উপত্যকাই পৃথিৱীৰ ভিতৰত উৎকৃষ্টতম চাহ উৎপাদন কৰা অঞ্চল বুলি বিখ্যাত। উ: পূ: ভাৰতত হোৱা বৰষুণ, মাটিত থকা পানী আৰু বাষ্পীভৱনৰ পৰা বছৰটোক চাৰিটা ঋতুত ভগাব পাৰি।

(১) জানুৱাৰীৰ পৰা মাৰ্চ মাহলৈকে খৰাং বতৰ, এই সময়ত বৰষুণ আৰু মাৰিত থকা পানীৰ পৰিমাণ কম, বৰষুণতকৈ বাষ্পী ভৱনৰ মাত্ৰা বেছি।

(২) এপ্ৰিল মাহৰ পৰা জুন মাহলৈ প্ৰথম বৰষুণ। এই সময়ত বৰষুণতকৈ বাষ্পীভৱনৰ মাত্ৰা কম।

(৩) জুলাই মাহৰ পৰা চেপ্তেম্বৰ মাহলৈ হোৱা প্ৰধান বৰষুণৰ সময়, বাষ্পীভৱন যথেষ্ট কম আৰু মাটি সম্পূৰ্ণভাৱে সিক্ত হৈ থাকে।

(৪) অক্টোবৰ মাহৰ পৰা ডিচেম্বৰ মাহলৈ পুনৰ খৰাং বতৰ। এই সময়ত বৰষুণ আৰু বাষ্পীভৱন প্ৰায় সমান। এইদৰে চাৰিটা ঋতুৰ লগত সমন্বয় ৰাখি বছৰটোত উৎপাদন হোৱা চাহ তিনিটা ভাগত ভাগ কৰিব পাৰি—

(১) প্ৰথম চাহ (এপ্ৰিলৰ পৰা জুন মাহৰ ভিতৰত)

(২) প্ৰধান চাহ (জুলাইৰ পৰা চেপ্তেম্বৰ মাহৰ ভিতৰত)

(৩) শেষ চাহ (অক্টোবৰ মাহৰ পৰা ডিচেম্বৰ মাহৰ ভিতৰত) দেখা গৈছে যে জানুৱাৰী আৰু মাৰ্চ মাহৰ ভিতৰত হোৱা বৰষুণ আৰু উষ্ণতাই প্ৰধান চাহ উৎপাদনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। সেইদৰে জানুৱাৰী মাহৰ পৰা মাৰ্চ মাহলৈ আৰু জুলাই মাহৰ পৰা চেপ্তেম্বৰ মাহলৈ প্ৰধান চাহ পাওঁতে বৰষুণৰ প্ৰভাৱেই আটাইতকৈ বেছি। বৰষুণ আৰু উষ্ণতাৰ উপৰিও সূৰ্যৰ পোহৰৰ পৰিমাণে চাহ উৎপাদনত প্ৰভাৱ বিস্তাৰ কৰে। অসমৰ (যোৰহাট) ভৌগোলিক স্থান, সাগৰৰ পাৰৰ পৰা উচ্চতা, আৰ্দ্ৰতা আদি এনে ধৰণৰ—

অৱস্থানঃ— ২৬. ৪৭. উ:. ৯৪. ১২পূ:

উচ্চতা—৮৬.৬ মি: (সাগৰ পৃষ্ঠৰ ওপৰত)

গড় বাৰ্ষিক বৃষ্টিপাত:— ২০৭.৩ চে:মি:

গড় তাপ মাত্ৰা উচ্চ: ২৮.১৮. চেন্টিগ্ৰেড

নিম্ন: ১৮.৩৪. চেন্টিগ্রেড
৪০ বছৰৰ গড়
আপেক্ষিক আদ্ৰতাৰ গড়উচ্চ: ৯৪.৮৩%
নিম্ন: ৬৬.৫৮%

যোৰহাটৰ (টোকলাই চাহ গৱেষণাৰ) বিভিন্ন ঋতুত দৈনিক গড় বৃষ্টিপাত, বাষ্পীভৱন আৰু মাটিৰ জলীয় বাষ্প (২৯ বছৰৰ গড় মাত্ৰা) দেখুৱা হ'ল—

তালিকা নং৯— যোৰহাটৰ বিভিন্ন ঋতুত দৈনিক গড় বৃটিপাত, বাষ্পীভৱন আৰু মাটিৰ জলীয় বাষ্পৰ পৰিমাণ:—

| ঋতু | বৃষ্টিপাত চে:মি: | বাষ্পীভৱন (চে:মি:) পিচে (Piche) | মাটিৰ জলীয় বাষ্প (শতকৰা) |
|---|---|---|---|
| জানুৱাৰী-মাৰ্চ | ০.১৪ | ০.২৬ | ১২.৮ |
| এপ্ৰিল-জুন | ০.৮৬ | ০.২৪ | ১৬.৫ |
| জুলাই-চেপ্তেম্বৰ | | ০.১৯ | ১৮.৪ |
| অক্টোবৰ-ডিচেম্বৰ | ১.১৫ | ০.১৬ | ১৫.০ |

## মাটি আৰু চাহখেতি

চাহ নানা ধৰণৰ বিভিন্ন গঠনৰ মাটিত হ'লেও উৎকৃষ্টভাবে বৃদ্ধি হবৰ কাৰণে পাতল বা মধ্যমীয়া স্তৰৰ বালি অহিয়া মাটিত ভাল ভাবে হয়। উত্তৰ পূৱ অঞ্চলৰ চাহ খেতি অঞ্চলত বহুতো গঠনৰ মাটি দেখা যায়। পৃথিৱীৰ বেলেগ বেলেগ চাহ উৎকৃষ্ট ভাবে হোৱা দেখা যায়। যিহেতু শিপাৰ বৃদ্ধিৰ ওপৰতেই গছজোপাৰ উৎপাদন ক্ষমতা নিৰ্ভৰ কৰে সেয়ে চাহ খেতিৰ কাৰণে মাটি গভীৰ, ছিদ্ৰযুক্ত হ'ব লাগে।

বহুক্ষেত্ৰত দেখা যায় ওপৰৰ স্তৰৰ মাটি খেতিৰ উপযুক্ত হ৩লেও তলৰ স্তৰত থকা কঠিন মাটিৰ কাৰণে সেই অঞ্চলত চাহ গছৰ বৃদ্ধি ভাল নহয়। পানী জমি থকা মাটিত চাহখেতি ভাল ভাবে নহয়। সেয়ে চাহখেতিৰ কৃতকাৰ্যতাৰ কাৰণে মাটিৰ গুণাগুণৰ ওপৰত নিৰ্ভৰ কৰি নলাৰ ব্যৱস্থা কৰা হয়। সাধাৰণতে ভবা হয় যে চাহখেতি উৎকৃষ্ট ভাবে পাহাৰীয়া বা উচ্চ অঞ্চলতে হয়। এনেকি ১৮৩৪ চনত বহা চাহ কমিটীয়েও এই মত পোষণ কৰিছিল, দেখা গৈছে



উ:পূ: ভাৰতৰ চাহ খেতি অঞ্চল শতকৰা ৯০ ভাগ সমান বা হেলনীয়া মাটি আৰু সাগৰৰ পিঠিৰ পৰা উচ্চতা ৩০০ মি:কৈ কম। ব্ৰহ্মপুত্ৰ উপত্যকাত আটাইতকৈ বেছি চাহ বাগিচা দেখা যায় আৰু ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ দক্ষিণ দুয়োপাৰে চাহখেতি সুন্দৰ ভাবে হয়। অসমৰ অন্য এটা চাহ অঞ্চল হ'ল সুৰমা উপত্যকা। উ:পূ: ভাৰতৰ বেছিভাগ চাহ অঞ্চলেই মূলত: পলসুৱা, সম্পূৰ্ণ সমতল বা ক্ৰমে খলপাখলপ থকা অঞ্চলত চাহ ৰোৱা হয় আৰু এই অঞ্চলতেই শেষত পৰ্বতৰ পদভূমিলৈকে বিস্তৃত হৈছে। এই অঞ্চলৰ মাজেদি কেইবাখনো নদী বৈ গৈছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাটি মূলত কলিয়া আৰু এই মাটিত উদ্ভিদৰ আহাৰ (পোষক দ্ৰব্যৰ) মাত্ৰা কম। মৃত্তিকা অংশ বেছি বালিযুক্ত আৰু চাহৰ বাবে যথেষ্ট অম্লযুক্ত নহয়। এই ধৰণৰ মাটি বিশ্বনাথ অঞ্চলত দেখা যায়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিকাংশ চাহখেতি অঞ্চল উপত্যকাটোৰ অসংখ্য সৰু সৰু নদীৰ দ্বাৰা প্ৰভাৱিত আৰু সেয়ে মাটিৰ গঠন ঠায়ে ঠায়ে বেলেগ বেলেগ। যোৰহাটৰ ওচৰৰ মাটিবালি অহীয়া। আনহাতে গোলাঘাট আৰু নগাৱৰ মাটি বোকাযুক্ত, বালি অহিয়া। উজনি অসমৰ মাটি প্ৰধানকৈ বালি অহীয়া বা অধিকাংশ বালিযুক্ত বালিঅঁহীয়া মাটি। উজনি অসমৰ মাটিত দিহিং নদীৰ প্ৰভাৱ বেছি। এই অঞ্চলৰ মাটিত যথেষ্ট সাৰ আছে। মাটি দ আৰু ৰন্ধ্ৰযুক্ত উপযুক্ত জলবায়ুৰ প্ৰভাৱত এই অঞ্চল চাহ খেতিৰ বাবে আটাইতকৈ উৎকৃষ্ট অঞ্চল বুলি ক'ব পাৰি। তেজপুৰৰ ওচৰত লোহিততীৰ নামে এক বিশেষ মাটি দেখা যায়। এই মাটি যথেষ্ট পুৰণা পলাসযুক্ত। এই অঞ্চলৰ অধিকাংশ চাহৰ মাটি উচ্চ অম্লযুক্ত।

সুৰমা উপত্যকাৰ পলসসমূহ তৃতীয় মহাকল্প শিলৰ পৰা সৃষ্টি হৈছে আৰু ব্ৰহ্মপুত্ৰ উপত্যকাতকৈ কম উপযুক্ত। বেছিভাগ অঞ্চলেই চাপৰ। এই অঞ্চলৰ আন এটা বৈশিষ্ট্য হ'ল যে ইয়াত বহুত সৰু সৰু টিলা দেখা যায় আৰু ইয়াত চাহ খেতি কৰা হয়। এই অঞ্চলৰ মাটি বালিয়া বা টান বোকাময়। কাছাৰত বিল মাটিটো চাহ কৰা হয়। এই অঞ্চলবোৰত এসময়ত হ্ৰদ আছিল। এই মাটিবোৰক জীৰ্নক মাটি বুলি ক'ব পাৰি। এই মাটিবোৰৰ অম্লতা যথেষ্ট বেছি।

## চাহ গছৰ জন্মস্থান

উদ্ভিদ বিজ্ঞানীসকলে চাহৰ খেতি আৰু প্ৰসাৰণ লক্ষ্য কৰি এচিয়া মহাদেশৰ গ্ৰীষ্ম প্ৰধান অঞ্চল, যেনে চীনদেশ, ব্ৰহ্মদেশ শ্যাম আৰু ইন্দোচাইনা অঞ্চলক চাহৰ উপিত্তি স্থান বুলি ধৰি লৈছে। চীনদেশৰ কেইবাখনো প্ৰদেশ চাহ গছৰ জন্মস্থান বুলি ক'ব পাৰি।

চাহ গছৰ বৰ্গ কেমেলিয়াৰ প্ৰসাৰণ লক্ষ্য কৰিলে দেখা যায় যে এই বৰ্গৰ অন্তৰ্ভুক্ত প্ৰজাতিসমূহ জাপানৰ পৰা পশ্চিমে নেপাললৈকে বিস্তাৰিত হৈ আছে, আৰু এই বৰ্গৰ ভিতৰত চাহ গছেই ব্যাপকভাবে পোৱা প্ৰজাতি। প্ৰকৃত চাহগছৰ মূল ৰূপৰ বিষয়ে জনা নাযায় আৰু তিনিবিধ প্ৰধান চাহ চীন, অসম আৰু কেম্বোদিয় চাহৰ কিদৰে উৎপত্তি হৈছিল নিৰ্ণয় কৰা টান। হাৰ্লাৰ নামৰ বিখ্যাত চাহ বিশেষজ্ঞ এগৰাকীয়ে মত দিছে যে অসম আৰু কেম্বোদিয় চাহৰ উৎপত্তিৰ উৎস একে। পিছতহে জৈৱিক বিৱৰ্তনৰ ফলত দুয়োটাৰে বেলেগ ক্ৰমবিকাশ ঘটিছে। আনহাতে, চীনদেশৰ চাহ গছৰ আকাৰ আৰু প্ৰকৃতি চাই এই গছ উত্তৰ অঞ্চলৰ পৰা বেলেগে উদ্ভৱ হৈছে বুলি ভবা হৈছে। বৰ্তমান উদ্ভিদ বিজ্ঞানী সকলে এই সিদ্ধান্তলৈ আহিছে যে ব্ৰহ্মদেশৰ ইৰাৱতী নদী অঞ্চল অৰ্থাৎ যি ঠাইত অসম, ব্ৰহ্মদেশ আৰু চীনদেশৰ সীমা লগ লাগিছে সেই অঞ্চলহে চাহ গছৰ জন্মস্থান। কিংডন ৱাৰ্ড নামৰ আন এজন বিজ্ঞানীয়ে কয় যে, চাহ খোৱা জাতিবোৰ দক্ষিণ-পূব এচিয়াৰ বিভিন্ন অঞ্চলত বসতি কৰিবলৈ লোৱা বাবে এই অঞ্চলত চাহ গছ বিয়পি পৰে; কিন্তু এনে অঞ্চলবোৰক চাহ গছৰ জন্মস্থান বুলি ক'ব নোৱাৰি।

## চাহ গছৰ শ্ৰেণীভুক্ত কৰণ আৰু বৈজ্ঞানিক নাম

যদিও চীনদেশত বহু শ বছৰ ধৰি চাহগছৰ প্ৰয়োগ চলি আহিছে তথাপি চীন দেশত কোনেও এই উদ্ভিদক বৈজ্ঞানিক দৃষ্টিভংগীৰে বৰ্ণনা কৰা নাছিল। উদ্ভিদৰ বৈজ্ঞানিক নাম সাধাৰণতে' লেটিন ভাষাৰ দ্বি-সংখ্যক একেকৰণ প্ৰথাৰে দিয়া হয়। ১৭৫৩ চনত চুইডেনৰ বিখ্যাত উদ্ভিদ তত্ত্ববিদ কেৰলাছ লিনিয়াছে তেখেতৰ যুগমীয়া কৃৰ্তি Species plantarum প্ৰকাশ



কৰে। এই কিতাপখনত সেই সময়ত পৰিচিত সকলো উদ্ভিদৰে নাম বৰ্ণনা কৰা হয়। চীনদেশৰ চাহগছক প্ৰথমে ছবিৰ সহায়েৰে এঞ্জেলবাৰ্ট কেমফাৰ নামৰ এজন জাৰ্মান ডাক্তৰে বৰ্ণনা কৰে। কিন্তু তেওঁ প্ৰকৃততে চাহগছ সংগ্ৰহ কৰা নাছিল, লিনিয়াকে কেমফাৰৰ ছবিৰ ওপৰত ভিত্তি কৰিয়েই চাহৰ নামাকৰণ কৰে। সেই সময়ত থিয়া *(Thea)* আৰু কেমেলিয়া *(Camellia)* নামৰ বৰ্গ দুটা পৰিচিত হৈছিল। সেই সময়ত প্ৰথম বৰ্গৰ থিয়া চাইনেনচিছ *(T. Sinensis)* আৰু দ্বিতীয় বৰ্গৰ কেমেলিয়া জাপনিকা আৰু কেমেলিয়া চাচানকুৱা *(C. sasanqua)* নামৰ প্ৰজাতি দুটা বৰ্ণনা কৰা হৈছিল। ১৭৬২ চনত লিনিয়াছে দুবিধ চাহ নিৰ্দ্ধাৰণ কৰে, এই দুয়োবিধ হ'ল টিয়া ভিৰিদিচ *(Thea viridis)* আৰু থিয়া বোহিয়া *(Thea bohea)*

থিয়া ভিৰিদিচৰ পৰা সেউজীয়া চাহ আৰু থিয়া বোহিয়াৰ পৰা ক'লা চাহ হয় বুলি সেই সময়ত ভবা হৈছিল। ভিৰিদিচ শব্দই চাহৰ সেউজীয়া ৰং আৰু বোহিয়া শব্দই চীন দেশৰ ফু-কিয়েন (Fu-Kien) প্ৰদেশৰ পাহাৰ অঞ্চলক বুজায়। এই অঞ্চলতে ক'লা চাহ তৈয়াৰ কৰা হয়। পিছত দেখা গৈছিল যে, দুয়োবিধ চাহ (সেউজীয়া আৰু কলা চাহ) একেবিধ গছ থিয়া বোহিয়াৰ পৰাই উৎপাদন হয়। ইয়াৰ পিছৰ পৰাই চাহৰ গছ আৰু নাম সম্পৰ্কে বেলেগ বেলেগ উদ্ভিদ বিজ্ঞানীয়ে বেলেগ বেলেগ ধৰণে নামাকৰণ কৰে। ইয়াৰ ফলত চাহগছৰ নামলৈ এক খেলি মেলিৰ সৃষ্টি হয় আৰু শেষত নাম বাঢ়ি যাব ধৰে। ১৯৩২ চনত পেৰিচ আৰু ১৯৩৫ চনত হলেওত হোৱা আন্তৰ্জাতিক উদ্ভিদ বিদ সকলৰ আলোচনাত চাহ গছক কেমেলিয়া বৰ্গৰ অন্তৰ্ভুক্ত কৰিবলৈ প্ৰস্তাৱ লোৱা হয়। কিয়নো চাহগছৰ বৈশিষ্টবোৰ ইতিমধ্যে বৰ্ণনা কৰি থোৱা বৰ্গৰ কেমেলিয়াৰ লগত মিল আছে।

আন্তৰ্জাতিক উদ্ভিদ বিজ্ঞানৰ (International Code of Botanical Nomenclature) নামাকৰণ পদ্ধতিৰে চাহৰ নাম হ'ল কেমেলিয়া চাইনেনচিচ (এল) অ' কুনজ *(Camellia Sinensis (L). O. Kuntze)* এল গছ জোপাৰ নামৰ অংশ নহয়। বিক্যাত উদ্ভিদবিদ লিনিয়াচক বুজায় যিয়ে নেকি গছজোপা প্ৰথম বৰ্ণনা কৰি চাইনেনচিচ শব্দ দিয়ে আৰু অ' কুনজে বুজায় যে, এই উদ্ভিদবিদে প্ৰথমে কেলেলিয়া আৰু চাইনেনচিচ শব্দ লগ লগাই প্ৰথম প্ৰকাশ কৰে। এই নাম উল্লেখ কৰাৰ কাৰণে গছ জোপাৰ নাম বা পৰিচয় লৈ আন্তৰ্জাতিক উদ্ভিদবিদ সকলৰ মাজত খেলিমেলিৰ সৃষ্টি নহয়।

কেমেলিয়াৰ নামৰ গণটো থিয়েছি (Theaceae) নামৰ গোত্রৰ (family).

কেমেলিয়াৰ নামৰ গণটো থিয়েছি (Theaceae) নামৰ গোত্রৰ (family) অন্তৰ্ভুক্ত আৰু এই গোত্রৰ প্ৰায় ২৩টা গন আৰু ৮০ টা প্ৰজাতি আছে আৰু এই প্ৰজাতি সমূহ আমেৰিকা আৰু এচিয়া মহাদেশৰ গ্ৰীষ্ম প্ৰধান অঞ্চলত পোৱা যায়। এই গোত্রৰ কেমেলিয়া নামৰ গনটোহে অৰ্থনৈতিক দিশৰ পৰা মূল্যবান কেমেলিয়া নামৰ গনৰ পৰা অৰ্থনৈতিক ফালৰ পৰা পোৱা দুটা গুৰুত্বপূৰ্ণ সামগ্ৰী হ'ল চাহ আৰু তেল। চীন দেশত কেমেলিয়া জাপনিকা আৰু কেমেলিয়া অলিফেৰা নামৰ গছৰ গুটিৰ পৰা খোৱা তেল আহৰণ কৰে।

চাহ গছক আকৌ প্ৰধানকৈ দুটা উপপ্ৰজাতিত বিভক্ত কৰা হৈছে যেনে চীনদেশীয় আৰু অসমদেশীয়। কিটামুৰাই নামৰ উদ্ভিদবিদে চীনদেশীয় চাহক কেমেলিয়া চাইনেনচিচ ভাৰ চাইনেনচিচ (এল) *(Camellia Sinensis Var sinensis (L)* আৰু অসমৰ থলুৱা চাহক কেমেলিয়া চাইনেনচিচ ভাৰ আচমিকা (মাষ্টাৰ্চ) *(Camellia Sinensis Var Assamica) (Masters)* হিচাপে বৰ্ণনা কৰে। অসম উপ প্ৰজাতি চাহগছ অসম চাহ কোম্পানীৰ অধ্যক্ষ মাষ্টাৰে প্ৰথম উল্লেখ কৰে। সাধাৰণতে চাহ বাগানৰ চাহগছবোৰ বেলেগ বেলেগ প্ৰজাতিৰ মাজত পৰপৰাগ যোগ হৈ হোৱা মিশ্ৰিত গছ। চীন দেশীয় আৰু অসম দেশীয় চাহৰ উপৰিও একে গনৰ বেলেগ বেলেগ চাহ গছ থকাৰ প্ৰমাণ পোৱা যায়। এই গছবোৰৰ বৃদ্ধি বাহ্যিক গঠন বা অংগ সংস্থান, পাতৰ বৰণ, পাতৰ মশ্ৰিণতা বা আকৃতি আদি বেলেগ। এই গছবোৰ চাহৰ লগত পৰপৰাগ সংযোজন হৈ সংকৰজ (Hybrid) হৈ পৰিছে কিয়নো চাহফুল উভয়লিঙ্গ হ'লেও স্বৰন্ধ্যাত্বৰ বাবে স্বপৰাগযোগ হ'ব নোৱাৰে। পি,কে, বৰুৱা নামৰ উদ্ভিদ বিজ্ঞানীজনে এনে এবিধ গছ বৰ্ণনা কৰিছে। আন্তৰ্জাতিক উদ্ভিদ বিজ্ঞানীৰ মাজত এই জোপা গছক কেমেলিয়া ইৰাৱতী এনচিচ পি.কে বৰুৱা বুলি বিখ্যাত *(Camellia irrawadiencis P.K. Barua)*।



# চাহ গছৰ ঋতু জনিত সুপ্ত অৱস্থা বা জঠৰতা

(Seasonal dormancy in tea)

চাহ গছৰ প্ৰসাৰণ আৰু কৰ্ষণ, ভৌগলিক পৰিবেশ আৰু জলবায়ুয়ে যথেষ্ট প্ৰভাৱিত কৰে। পৃথিৱীৰ কোনো কোনো চাহখেতি অঞ্চলত বছৰটোৰ কোনো নিৰ্দিষ্ট সময়ত চাহ গছৰ সাময়িক সুপ্ত অৱস্থা দেখা যায়। উ:পূ: ভাৰতত প্ৰায় তিনি মাহৰ বাবে এনে সুপ্ত অৱস্থা দেখা যায়। উ:পূ: ভাৰতত প্ৰায় তিনি মাহৰ বাবে এনে সুপ্ত অৱস্থা দেখা যায়। বিষুব ৰেখা যি যি অঞ্চলৰ মাজেৰে গৈছে সেই অঞ্চলত বা সেই অঞ্চলৰ ওচৰত বছৰটোৰ প্ৰত্যেক মাহতে সমান উৎপাদন পোৱা যায়। অৰ্থাৎ এই অঞ্চলত চাহগছৰ সুপ্ত অৱস্থা দেখা নাযায়। কিন্তু বিষুব ৰেখাৰ পৰা যিমানেই আঁতৰি অহা হয় সিমানে শীতকালিন উৎপাদন কমি আহে। ১৬. অক্ষাংশ অঞ্চলত সম্পূৰ্ণ ভাবে চাহগছ সুপ্ত হৈ পৰে। চাহ গছৰ এই সুপ্ত অৱস্থা কেৱল নিম্ন উষ্ণতাৰ কাৰণেই বুলি কব নোৱাৰি। কিয়নো বিষুপিয় অঞ্চলৰ বহুতো উচ্চ স্থানৰ উষ্ণতা উ:পূ: ভাৰতৰ শীতকালিন উষ্ণতাতকৈ কম। ভৌগোলিক পৰিবেশ আৰু গছৰ উৎপাদন লক্ষ্য কৰিলে দেখা যায় যে বিষুব ৰেখাৰ ৩০. উত্তৰ বা দক্ষিণলৈ বহুতো চাহ অঞ্চলত শীতকালিন দিনৰ দৈৰ্ঘতা ১১ ঘ: ১৫ মি: কৈ: ৬ সপ্তাহৰ কম হ'লে চাহ গছ সুপ্ত হৈ পৰে। কৃত্ৰিম পোহৰ দি গৱেষণা কৰি দেখা গৈছে যে যদি শীতকালিন দৈৰ্ঘতা ১৩ ঘ: পৰ্যন্ত বঢ়াব পাৰি তেতিয়া হলে চাহ গছৰ কলিৰ সুপ্ত অৱস্থা জাগৰিত হৈ পৰে আৰু ডাল শাখাৰ বৃদ্ধি আৰম্ভ হয়। এইদৰে দেখা যায় চাহগছৰ যি সুপ্ত অৱস্থা দেখা যায় ইয়াৰ কাৰণ হ'ল চুটি দিনৰ বা দীঘল ৰাতিৰ জৈৱিক বৃদ্ধিৰ কাৰক বা প্ৰতিৰোধক ৰাসায়নিক পদাৰ্থৰ ওপৰত প্ৰভাৱ।

চাহ গছৰ প্ৰৰোহৰ বৃদ্ধিৰ বৈশিষ্ট্য হ'ল যে ই নিৰ্দিষ্ট দৈৰ্ঘ্যৰ বৃদ্ধি পোৱাৰ পিছত সুপ্ত হৈ পৰে আৰু এই সুপ্ত অৱস্থা ভঙ্গ কৰি নিৰ্দিষ্ট সময়ত পুনৰ বৃদ্ধি হ'ব ধৰে। অগ্ৰমুকুলে দুটা সুপ্ত অৱস্থাৰ মাজত যি বৃদ্ধি প্ৰাপ্ত হয় তাক ফ্লাচ বোলা হয়। যেতিয়া এই প্ৰৰোহ সুপ্ত হৈ পৰে বা জিৰণিৰ সময় হয় তেতিয়া এই অগ্ৰমুকুলক বাজী বুলি কোৱা হয়; বাজী অৱস্থাত অগ্ৰমুকুল বা কলি সৰু হৈ থাকে। মাত্ৰ কেই মিলিমিটাৰ মান দীঘল আৰু কিছুমান দুই বা বেছি 'জনম' নামৰ সৰু পাতৰ মাজত সোমাই থাকে। যেতিয়া অগ্ৰমুকুলৰ

সুপ্ত অৱস্থা ভঙ্গ হৈ সক্ৰিয় হৈ পৰে তেতিয়া 'জনম' খোলা খাই আৰু সৰি পৰে; কাণ্ডত ইয়াৰ চিন থাকি যায়। প্ৰৰোহৰ তলত জনম আৰু প্ৰকৃত কৰত মুখীয়া পাতৰ মাজত আৰু এবিধ পাত দেখা যায়। ইয়াক সাধাৰণতে গোলপাত বা 'ফিচলিফ' বোলা হয়। সাধাৰণতে বহুতো প্ৰৰোহ ঋতু শেষ হোৱাৰ আগে আগে সুপ্ত হৈ পৰে।

ডাল শাখাৰ বৃদ্ধিৰ লগে লগে প্ৰজনন অংশ সমূহৰো ক্ৰমে বিকাশ হবলৈ ধৰে। যেতিয়া সুপ্ত অৱস্থা ভংগ হৈ অগ্ৰমুকুল বৃদ্ধি হৈ প্ৰথমে শেষ কৰে। তেতিয়া এই ফ্লাচৰ পাতৰ কাষত ফুল নুফুলে কিন্তু ইয়াৰ পিছৰ ফ্লাচবোৰত ফুল ফুলে। উ:পৃ: ভাৰতত প্ৰথম তিনিটা ফ্লাচৰ পৰাহে আচল গুটি পোৱা যায়। বেলেগ বেলেগ ফ্লাচত পুষ্পমুকুল হ'লেও ফ্লাচৰ ফল একেলগে ধৰে। দ্বিতীয় ফ্লাচত যি পুষ্পমুকুল হয় এই ফুল তৃতীয় ফ্লাচ শেষ হোৱাৰ লগে লগে মেল খায়। এইদৰে তৃতীয় ফ্লাচৰ ফুল চতুৰ্থ ফ্লাচ শেষ হোৱাৰ লগে লগে মেল খায়।

## চাহপাতৰ ৰাসায়নিক গঠন

শ শ বছৰ ধৰি পৃথিবীৰ কোটি কোটি মানুহক চাহে আনন্দ দি থকাৰ কি কাৰণ? চাহৰ কি এনে গুণ আছে যে চাহ অবিহনে দিন নাবাগৰে ৰাতি নুপুৱায়? উত্তেজনাৰে গা মন জুৰাই দিয়া চাহৰ এই অপূৰ্ব গুণ বিজ্ঞানীসকলে ৰাসায়নিকভাবে বিশ্লেষণ কৰি চাইছে। ১৮২৭ চনৰ পৰা চাহপাতৰ ৰাসায়নিক বিশ্লেষণ আৰম্ভ হয় আৰু কেফিন নামৰ উপক্ষাৰ (alkaloid) থকাৰ প্ৰমাণ পোৱা হয়। ১৮৪০-১৮৫০ চনৰ ভিতৰত বহুতো টেনিন জাতীয় পদাৰ্থ থকাৰ প্ৰমাণ হয় আৰু ১৮৮০ চনত চাহপাতৰ ৰাসয়নিক গুণৰ বিষয়ে প্ৰায় সম্পূৰ্ণ ভাবে জানিব পৰা যায়। ১৮৯০ চনত অসমৰ চাহপাতৰ বিষয়ে বিশ্লেষণ আৰম্ভ হ'ল। ১৯৩০ চনত কেঁচা চাহপাত আৰু কলা চাহপাত তৈয়াৰ কৰোঁতে হোৱা ৰাসায়নিক পৰিবৰ্তনৰ বিষয়েও যথেষ্ট জনা যায়। চাহপাতৰ ৰাসায়নিক গঠনৰ ওপৰতে চাহৰ মূল্য নিভয়ৰ কৰে আৰু এই বিষয়ে তলত দেখুৱা ধৰণে জানিব পৰা হয়।



তালিকা নং-১০-চাহপাতৰ ৰাসায়নিক গঠন

| কোষবেৰ ছেলুজ'জ | শুকান পাত (%) | পানীত দ্ৰবনীয়া (%) |
|---|---|---|
| হেমি ছেলুল'জ | ২৪.০ | ০.০ |
| লিগনিন | | |
| পেকটিন | ৬.৫ | ২.৩ |
| প্ৰটপ্লাজম প্ৰাটিন | ১৭.০ | ০.০ |
| ফেট | ৮.০ | ০.০ |
| ষ্টাৰ্চ | ০.৫ | ০.০ |
| ভেকুৱেল পলিফনল (কেটেছিন) | ২২.০ | ২২.০ |
| কেফিন | | ৪.০ |
| এমিন এচিদ | ৭.০ | ৭.০ |
| চেনি | ৩.০ | ৩.০ |
| জেবীক এচিদ | ৩.০ | ৩.০ |
| ছাঁই | ৫.০ | ৪.০ |
| | ১০০০ | ৪৫.৩ |

কোষৰ ভিতৰত থকা ৰাসায়নিক পদাৰ্থ পলিফেনলবোৰে চাহৰ মানদণ্ডত যেনে বৰণ (Colour) শক্তি (Strength) ব্ৰিকচনেচ আদিৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। চাহ ফেক্টৰিত তৈয়াৰ কৰোঁতে ফাৰ্মেনটেছন অৱস্থাত এই পলিফেনল বোৰৰ উল্লেখযোগ্য ৰাসায়নিক পৰিবৰ্তন ঘটে। বৈজ্ঞানিক বিশ্লেষণ ব্যাপক আৰু নিখুট হৈ অহাৰ বাবে চাহ ৰাসায়নিক গঠনৰ বিষয়ে বহুতো সূক্ষ্ম কথা জানিব পৰা গৈছে। এইবোৰ ইমান জটিল যে ইয়াত আলোচনা কৰা নিষ্প্ৰয়োজন, ১৯৪০ চনত যেতিয়া চাহপাতৰ ৰাসায়নিক গঠনৰ বিষয়ে অধ্যয়ন চলে তেতিয়া দেখা গ'ল ইয়াৰ দ্ৰবনীয় শতকৰা ৮০ ভাগ পেলিফেলনৰ চাহপাতত থাকে। এই পেলিফেনলবোৰে চাহপাতৰ মানদণ্ড যথেষ্ট পৰিমাণে প্ৰভাৱিত কৰে। এই পেলিফেনলবোৰ চাহপাতৰ প্ৰৰোহৰ বেলেগ বেলেগ অংশত থকাৰ পৰিমাণ আৰু সেয়ে চাহ গছৰ বেলেগ বেলেগ অংশৰ পৰা তৈয়াৰ কৰা চাহৰ মানদণ্ড বেলেগ বেলেগ। কুমলীয়া চাহপাতত পেলিফেনলৰ মাত্ৰা বেছি যিমানে পাত বুঢ়া হৈ আহে সিমানে পোলিফেনলৰ মাত্ৰা কমি আহে আৰৌ পোলিফেনল চাহপাতৰ ওপৰ ফালেহে বেছি পৰিমাণে থাকে।

তলৰ পালে কম আৰু মাজত নিচেই সামান্য পৰিমাণেহে থাকে, অসমৰ চাহগছৰ প্ৰৰোহৰ বেলেগ বেলেগ অংশত পোলিফেনৰ, কেফিন আৰু নাট্ৰজেনৰ পৰিমাণ তলত দেখুৱা ধৰণে দেখা যায়।

তালিকা নং—১১— চাহপাতৰ প্ৰৰোহৰ (Shoot) ৰাসায়নিক গঠন

| পোখাৰ ভাগ | পলিফেনল (%) | কেফিন (%) | এমিন এচিদ নাট্ৰজেন (%) |
|---|---|---|---|
| কলি | ২৬.৫ | ৪.৭ | ০.৮৭ |
| প্ৰথম পাত | ২৫.৯ | ৪.২ | ০.৬৮ |
| দ্বিতীয় পাত | ২০.৭ | ৩.৫ | ০.৫৭ |
| তৃতীয় পাত | ১৭.১ | ২.৯ | ০.৫২ |
| ওপৰৰ কাণ্ড | ১১.৫ | ২.৫ | ১.০৩ |
| তলৰ কাণ্ড | ৫.৩ | ১.৪ | ০.৬৯ |

## চাহপাতৰ গোন্ধ

সকলো চাহৰে গোন্ধ আছে কিন্তু কিছুমান চাহৰ ঋতুভেদে বিশেষ গোন্ধ পোৱা যায়, এই ধৰণৰ চাহ উৎকৃষ্ট শ্ৰেণীৰ চাহত কেইবাটাও গোন্ধ থাকে। গৰম সেমেকা আদি বতৰত চাহ বাগিচাত কিছুমান বিশেষ বিশেষ গোন্ধ পোৱা যায়। চাহ বাগিচাত বিভিন্ন চাহ পুলিৰো বেলেগ বেলেগ গোন্ধ পোৱা যায়। আলফুলকৈ ছিঙা পাতবোৰৰ এটা সুগন্ধি আছে। ক'লা চাহ প্ৰস্তুত কৰোঁতে বেলেগ বেলেগ সময়ত বেলেগ বেলেগ গোন্ধ পোৱা যায়। চাহৰ এই বিশেষ গোন্ধ চাহপাতত থকা সুগন্ধি তেলৰ ফেনাইল ইঁঠাইত এলকহল। চাট্ৰনেলল আৰু হেক্সোনলে এই সুগন্ধিত মুখ্য অংশ গ্ৰহণ কৰে। চাহপাতৰ গোন্ধৰ ৰাসায়নিক বিশ্লেষণৰ ওপৰত এতিয়াও গৱেষণা চলি আছে।

চাহপাতত থকা কেফিনৰ কাৰণেই পানীয় হিচাপে চাহৰ প্ৰচলন ইমান প্ৰাচীন আৰু তাৎপৰ্যপূৰ্ণ। কেফিনে শৰীৰৰ কেন্দ্ৰীয় স্নায়ুতন্ত্ৰত ক্ৰিয়া কৰে আৰু ইয়াৰ বাবে ভাগৰ বা অৱসাদ দূৰ হয়। মানসিক কৰ্মক্ষমতা বৃদ্ধি কৰে।



### চীনদেশীয় চাহগছৰ বৰ্ণনা

চীন দেশীয় চাহগছ মাটিৰ পৰা ১-৩ মি: পৰ্যন্ত ওখ হয়। মাটিৰ সংলগ্ন কাণ্ড অংশৰ পৰা বহুতো শাখা-প্ৰশাখা ওলাই গছজোপা গম্বুজ আকাৰৰ হৈ পৰে। পাতবোৰ টান, গাঢ় সেউজীয়া, ৩-৬ চে:মি: পৰ্যন্ত দীঘল। পাতবোৰ থিয় থিয় ডাঠ। পাতৰ কাষৰ শীৰাবোৰ উজ্বল নহয়। পাতবোৰ ডিম্বাকৃতিৰ, আগটো স্থুলাগ্ৰ। ফুলবোৰ এটা এটাকৈ থাকে, বা যোৰা হিচাপে থাকে। পাতবোৰ কুমলীয়া অৱস্থাত প্ৰথমে ৰঙা বেঙুনীয়া বৰণৰ, পিছত তেজ ৰঙা শেষত বেঙুনীয়া হৈ পৰে। পাতৰ পৰিপক্কতাৰ লগে লগে বৰণ নাইকীয়া হৈ আহে।

### অসম দেশীয় চাহগছৰ বৰ্ণনা

এইবিধ চাহ ১০-১৫ মি: পৰ্যন্ত ওখ গছ। সুনিৰ্দিষ্ট গা-গছ আছে আৰু আৰু ইয়াৰ পৰিসৰ গছৰ উচ্চতাৰ এক তৃতীয়া অংশ পৰ্যন্ত হ'ব পাৰে। পাতবোৰ কোমল, পাতল, ১৫-২০ চে:মি: পৰ্যন্ত দীঘল, তলমুৰা পাতৰ কাষৰ শীৰাবোৰ উজ্বল আৰু ওখ পাখ।

### কেম্বোদিয় চাহগছৰ বৰ্ণনা

কেম্বোদিয়া চাহগছ প্ৰায় ৬ মি: পৰ্যন্ত ওখ, গছৰ ডালবোৰ ওপৰমুৱা। পাতবোৰ চিকচিকাই থকা, পাত ৫-১৪ চে:মি: দীঘল, পাতৰ কাষৰ শীৰা অনুজ্বল, পাতৰ স্বাভাৱিক অৱস্থান ওপৰমুৱা।

### চাহ গছৰ শিপা

চাহ গছৰ শিপা দুই ৰকমৰ দেখা যায়; যেনে— ৰঙা আৰু বগা। ৰঙা শিপাবোৰ ডাঙৰ ডাঙৰ, মাটিৰ ভিতৰত চাৰিওফালে বিয়পি থাকে। বগা শিপাবোৰ মিহি মিহি, সৰু সৰু আৰু মাটিৰ ওপৰৰ পৰা ৪০ চে:মি: ভিতৰত প্ৰধানকৈ থাকে। সৰু সৰু বগা শিপাবোৰে খনিজাত আহাৰ আৰু পানী গ্ৰহণ কৰাত মুখ্য অংশ গ্ৰহণ কৰে। ৰঙা শিপাবোৰ যথেষ্ট টান, গোটা গোটা আৰু মাটিৰ ধৰ্ম আৰু গঠন অনুযায়ী শিপা বেলেগ বেলেগ গভীৰতালৈ প্ৰবেশ কৰা দেখা যায়। এইবিধ শিপাই পানী আৰু আহাৰ গ্ৰহণ কৰাত মুখ্য অংশ গ্ৰহণ নকৰে। এই শিপাই মূল গছজোপা ধৰি ৰখাতহে মুখ্য অংশ গ্ৰহণ কৰে।

চীনদেশীয় চাহ গছৰ ফুল অসম আৰু কম্বোদিয়া চাহ গছৰ ফুলৰ লগত পাৰ্থক্য দেখা যায়। পুষ্পধৰ পত্ৰিকাৰ সংখ্যা, পুষ্পাক্ষত পুষ্পধৰ পত্ৰিকাৰ স্থান, ডিম্বাশয়, গৰ্ভদণ্ড, গৰ্ভসিউ (Stigma) আদি চীন দেশীয় ফুল অসম আৰু কেম্বোদিয়া চাহফুলৰ লগত নিমিলে। অসম দেশীয় আৰু কেম্বোদিয়া চাহফুলৰ মিল আছে। কিন্তু কেম্বোদিয়া চাহফুল অসম আৰু চীনদেশৰ ফুলৰ পৰা বেঁটুপাত আৰু পাতৰ কাষত ফুলৰ বহন কৰা লক্ষণ বেলেগ।

কেম্বোদিয়া চাহগছৰ কাণ্ডৰ কাষৰ কলিৰ পৰা সৰু প্ৰৰোহ ওলোৱা দেখা যায় বা ঠাৰিৰ সৈতে বহুতো ফুল দেখা যায়। এইবিধ গছৰ অন্য বৈশিষ্ট্য হ'ল পুষ্পক্ষযুক্ত ফুলবোৰ বেলেগ বেলেগ হৈ থাকে। উপবিষ্ট প্ৰকাৰৰ পুষ্পবিন্যাস, মণ্ডলকাৰ পাহি আদি বিশেষ বৈশিষ্ট্যপূৰ্ণ।

চীন দেশীয় চাহফুলৰ পাহিবোৰ তিনিমুখীয়া মণ্ডলাকাৰ আৰু বহিৰ্মুখী। ফুল পাতৰ কাষত এটা বা যোৰকৈ দেখা যায় আৰু কেতিয়াবাহে থোপা হিচাপে থকা দেখা যায়। অসমদেশীয় চাহগছ চীন দেশীয় চাহগছৰ লগত বেঁটুৰ (Calyx) গঠনৰ ফালৰ পৰা মিল থকা দেখা যায়। তিনিবিধ চাহগছৰ ফুলৰ লক্ষণৰ পৰা কেম্বেদিয়া চাহ গছ চীন দেশীয় চাহগছতকৈ অসম দেশীয় চাহগছৰ লগততহে মিল থকা দেখা যায়।

## পাতৰ বৰণ

কেম্বেদিয়া চাহপাত শীতকালি ঋতু শেষ হৈ অহাৰ লগে লগে ৰঙা বৰণৰ পৰা তাম বৰণীয়া হৈ অহা দেখা যায়। এনেকুৱা ধৰণৰ পাতৰ বৰণ অসমদেশীয় চাহগছ দেখা নাযায়। চীনদেশীয় চাহপাতৰ বৰণ অৱশ্যে দেখা যায়। কুমলীয়া পাতৰ বৰণ ৰঙা-মুগা বৰণীয়া, তেজৰঙা বা শেষত বেঙুলণীয়া হৈ পৰে। পাত পুৰঠ (mature) হৈ অহাৰ লগে লগে এই ৰংবোৰ পাছত নাইকিয়া হৈ যায়। চীন আৰু কেম্বেদিয়া দেশৰ চাহপাতৰ বৰণ বেলেগ বেলেগ দুবিধ এনথচায়েনিনৰ কাৰণে হয় বুলি দি, জি, উদৰ্ফৰ্দ নামৰ জৈৱ ৰসায়ন বিদৰ পৰা জনা গৈছে।



## পাতৰ ভিতৰৰ গঠন

যিহেতু চাহগছৰ পাতৰ পৰাই চাহ তৈয়াৰ কৰা হয় সেইকাৰণে ওপৰত উল্লেখ কৰা তিনিবিধ চাহ গছৰ পাতৰ ভিতৰত গঠনৰ বৈশিষ্ট্য সংক্ষেপ উল্লেখ কৰা হ'ল। এই তিনিবিধ চাহ গছৰ পাতৰ বিশেষ চকুত লগা বৈশিষ্ট্য হ'ল অল্প প্ৰকৃতিৰ কিছুমান কোষ। এই ধৰণৰ কোষ যথেষ্ট ডাঠ। সাধাৰণতে ইয়াৰ ভিতৰত কোনো জৈৱিক পদাৰ্থ নাথাকে। কোষৰ বেৰত কিছুমান সৰু সৰু ছিদ্ৰ থাকে এইবোৰক কূপ নলিকা বুলি কোৱা হয়। ইংৰাজীত এই ধৰণৰ কোষক Scleroid বা Stone cell বুলি কোৱা হয়।

## চীন দেশীয় চাহ গছ

চীনদেশীয় চাহগছৰ পাতৰ কোষবোৰ সৰু। ওপৰফালৰ আগটো জোখা, গৌণ বৰে ডাঠ, ভিতৰৰ ছিদ্ৰ বহুক্ষেত্ৰত সংকীৰ্ণিত আৰু কন্টক দেখা যায়।

কেম্বোদিয় চাহগছ

এই দেশীয় চাহপাতৰ অশ্মকোষ বহু কোষেৰে আবৰি থাকে। ভিতৰৰ ছিদ্র বহল। ইয়াৰ বাহিৰে কেম্বোদিয়া চাহপাতৰ অশ্মকোষৰ পৰা অসমদেশীয় চাহপাতৰ অশ্মকোষৰ বিশেষ পাৰ্থক্য দেখা নাযায়।

সংখ্যাৰ ফালৰ পৰা চীনদেশীয় চাহপাতত ইয়াৰ সংখ্যা অতি কম। অসমদেশীয় চাহগছৰ পাতত আটাইতকৈ বেছি। কম্বোদিয়া চাহপাতত চীনদেশীয় চাহ পাততকৈ বেছি আৰু অসমদেশীয় চাহ পাততকৈ কম দেখা যায়।

চীন, অসম আৰু চীন আৰু অসম জাতিৰ সংকৰজ গছৰ বাহ্যিক বৈশিষ্ট্য ছবি ৪-৩ দেখুৱা হ'ল। চাহগছৰ ক্রমোজমৰ সংখ্যা সাধাৰণতে ২n-৩০ (ডিপ্লইড), কিন্তু কিছুমান চাহগছৰ ক্রমোজমৰ সংখ্যা ২n-৪৫ অর্থাৎ ট্রিপ্লইড। ট্রিপ্লইড গছ সাধাৰণতে ডিপ্লইড গছতকৈ অধিক সবল, ডাঙৰ উৎপাদন ক্ষম আৰু বৃদ্ধি হাৰ বেছি।

# কৃষি পদ্ধতি

আজি কিছুদিনৰ আগলৈকে গুটি ব্যৱহাৰ কৰি চাহখেতি কৰা হৈছিল। কিন্তু বর্তমান অংগজ প্রজননৰ দ্বাৰা এই খেতিৰ উন্নতি কৰা হৈছে। অংগজ উপায়েৰে কৰা গছক ক্লন বা কাটিছে বুলি কোৱা হয়। অংগজ উপায়েৰে বংশ বৃদ্ধিৰ বৈশিষ্ট্য হল এয়ে যে পিছৰ গছবোৰ যিবোৰ গছেৰে বংশ বৃদ্ধি কৰা হয়, সেইবোৰৰ মূল গছৰ লগত বাহ্যিক আৰু ৰাসায়নিকভাবে ঘনিষ্ট মিল থাকে। ফলত চাহৰ গুণাগুণ লৰচৰ হ'ব নোৱাৰে বা হলেও অতি সামান্য ৰকমে হয়। পৰপৰাগ সংযোজনৰ ফলত যি গুটি হয়। এইবোৰৰ পৰা বহুতো মিশ্রিত গছ দেখা যায়। এইবোৰ গুটিৰ গছৰ ইজোপাৰ পৰা সিজোপাৰ বৃদ্ধি গঠন পাতৰ বৰণ, চাহৰ গুণাগুণ বেলেগ। গুটিৰ পৰা হোৱা গছবোৰৰ ভাল গছো থাকিব পাৰে বা নিকৃষ্ট গছো থাকিব পাৰে।

গুটি নার্চাৰী চাহ গছৰ নার্চাৰীৰ কাৰণে বালি আঁহিয়া মাটি উপযুক্ত পুলিৰ কাৰণে উৰ্বৰ মাটি হলে ভাল হয়। পানী যাতে জমা হৈ নাথাকে তাৰ বাবে উপযুক্ত নলা থাকিব লাগে। অতিমাত্রা বালি আঁহিয়া মাটিত বৃদ্ধি



বাধাপ্রাপ্ত হ'ব পাৰে। ঘাঁহ বন আদি গুচাই মাটি মিহি কৰিব লাগে। নবেম্বৰ মাহৰ আগভাগৰ পৰাই মাটিত গুটি দিয়া হয়। ডিচেম্বৰ মাহৰ শেষলৈকে গুটি দিব পাৰি। ইয়াৰ পিছত গুৰি মাটিত দিলে নিকৃষ্ট গছ পোৱা যায়। সাধাৰণতে কঠিয়া তলীবোৰ ৩-৫ ফুট বহল আয়তাকাৰ হিচাপে কৰা হয় আৰু ইয়াৰ আয়তন পুলিৰ সংখ্যাৰ ওপৰত নির্ভৰ কৰে।

চাহ গুটি ভাল-বেয়া পৰীক্ষা কৰাৰ নিয়ম :—

চাহৰ গুটি বাগানলৈ অনাৰ লগে লগে ৰুবৰ কাৰণে উপযুক্ত হয়নে নহয় চোৱা হয়, এই ক্ষেত্রত কিছু গুটি লৈ পানীত দি চোৱা হয়, যিবোৰ ওপঙি থাকে সেইবোৰ ভাল গুটি নহয় বুলি বাদ দিয়া হয়। পানীত ডুব যোৱা গুটি ভাল বুলি ধৰা হয়। যিবোৰৰ গুটি ফটা দেখা যায় সেইবোৰ গুটিও ভাল বুলিয়েই ধৰা হয়।

গুটিবাৰী: গুটিৰ কাৰণে গছ সাধাৰণতে বাগিছাৰ ওচৰতে ৰোৱা হয়। গুটিৰ কাৰণে যি বাৰী কৰা হয় তাৰ মাটিৰ পৰিমাণ ১০ৰ পৰা ৫০ একৰৰ ভিতৰত। ভিতৰত এই গুটিবোৰ সাধাৰণতে পাত ছিঙা গছৰ পৰা আঁতৰত কৰা হয়। যিবোৰ বাগানে এই গুটিবাৰী কৰে, সাধাৰণতে এই বাগানৰ নাম অনুসৰিয়েই গুটিৰ নাম দিয়া হয়। এই নামেই চাহৰ জাত বুলি ব্যৱসায়িক দৃষ্টি কোণৰ পৰা জনা যায়। অসমত যেতিয়া চাহখেতি আৰম্ভ হয় তেতিয়া অসমত থলুৱা ভাল চাহৰ গুটি সংগ্রহ কৰি নার্চাৰী আৰম্ভ কৰা হয় আৰু পিছলৈ ইয়াৰ পৰা হোৱা ভাল গছৰ লক্ষণ চাই গুটি সংগ্ৰহ কৰা হয়। সাধাৰণতে চাহ খেতিয়ক সকলে তেওঁলোকৰ অভিজ্ঞতাৰ পৰা চাহগুটি পছন্দ কৰে। সাধাৰণতে দেখা যায় যে অসম দেশীয় বা চীন দেশীয় চাহগছ অসমত ভাল হয় আৰু চাহৰ গুণাগুণো ভাল হয়। ব্রহ্মদেশীয় চাহ গছৰ পৰা হোৱা পাতৰ মানদণ্ড অসম দেশীয় চাহগছৰ সমান ভাল নহয়। সেইদৰে চীনদেশীয় চাহগছ বা চীনা সংকৰজ গছো উত্তৰ পূৱ চাহ অঞ্চলৰ কাৰণে উপযুক্ত নহয়। যদিও এইবিধ গছ দাৰ্জিলিং অঞ্চলত সুগন্ধৰ কাৰণে খেতি কৰা হয়। উত্তৰ পূৱ ভাৰতৰ চাহখেতি অঞ্চলত চলোৱা এটা সমীক্ষাৰ পৰা দেখা গৈছে যে এই অঞ্চলত শতকৰা ৭ ভাগ লুচাই জাত, ৭০ ভাগ চান জাত, ২১ ভাগ ব্ৰহ্মদেশীয় আৰু ২ ভাগ চীন দেশীয়। সাধাৰণতে পাতৰ ওপৰত থকা আঁহক (hair) সেই জাতৰ গুণাগুণ লক্ষ্য কৰা হয়। কিয়নো চাহৰ গুণাগুণ চাহত থকা 'টিপৰ' ওপৰত নির্ভৰ কৰে। চীনদেশীয় 'পিক' শব্দই কুমলীয়া পাতৰ তলত

থকা আঁহক বুজায় আৰু ভাৰতত বহুত দিনলৈ 'পিক' চাহক উত্তম শ্ৰেণীৰ চাহ বুলি গন্য কৰা হয়।

গুটিৰ কাৰণে গুটি বাৰীত ১৫-২০ ফুটৰ দূৰে দূৰে চাৰি চুকীয়াকৈ গুটি দিয়া হয়, অসম আৰু ব্ৰহ্মদেশীয় চাহগছ ৰোৱাৰ দ্বিতীয় বছৰৰ পৰা ফুলিব ধৰে। তৃতীয় বছৰৰ পৰা গুটি ধৰে। অসম শ্ৰেণীৰ চাহৰ পৰা একৰে প্ৰতি প্ৰায় ৪০০ কেজি আৰু ব্ৰহ্মদেশীয় চাহ একৰে প্ৰতি প্ৰায় ২০০ কেজি গুটি পোৱা যায় কৃত্ৰিম সাৰ প্ৰয়োগ কৰি ইয়াৰ উৎপাদন বঢ়াব পাৰি। গুটি সাধাৰণতে চেপ্তেম্বৰ, অক্টোবৰ মাহৰ পৰা সংগ্ৰহ কৰা হয়।

**অংগজ প্ৰজনন:—**

অংগজ প্ৰজননৰ আৱশ্যকতাৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। অসমত ১৯৩১ চনৰ পৰা অংগজ প্ৰজনন হোৱাত অধিক উৎপাদন আৰু উৎকৃষ্ট চাহৰ সম্ভাৱনা দেখি টানষ্টল নামৰ উদ্ভিদ বিজ্ঞানীয়ে টোকলাই চাহ গৱেষণাগাৰত এই পদ্ধতিৰ উন্নতিৰ বিষয়ে গৱেষণা চলায় আৰু ১৯৫৫ চনত ব্যৱসায়িক ভিত্তিত কিদৰে এই প্ৰথা ব্যৱহাৰ কৰিব পাৰি এই বিষয়ে ৰাইট প্ৰকাশ কৰে।

## কাটিংছ সংগ্ৰহ কৰাৰ সময়

সাধাৰণতে বছৰত দুবাৰ কাটিংছ সংগ্ৰহ কৰিব পাৰি—

১) ১৫ এপ্ৰিলৰ পৰা ৭ মে'ৰ ভিতৰত।

২) ১৫ চেপ্তেম্বৰৰ পৰা ৭ অক্টোবৰৰ ভিতৰত।

সাধাৰণতে দেখা গৈছে যে ১৫ এপ্ৰিলৰ পৰা বেছি ভাল ভাল শাখাৰ বৃদ্ধি আৰম্ভ হ'ব ধৰে। সেই কাৰণে কাষৰ কলিৰ সুপ্ত অৱস্থা ভংগ হোৱাৰ আগতে কাটিংছ সংগ্ৰহ কৰিব লাগে; নহলে কাষৰ কলি বৃদ্ধি হোৱাৰ পিছত অন্ত: মে' মাহৰ শেষলৈ অপেক্ষা কৰিব লাগে। এই কাষৰ কলিৰ পৰা হোৱা ডালেই শেষত কাটিংছ হিচাপে ব্যৱহাৰ কৰিব পাৰি। কাটিংছ সংগ্ৰহ কৰাৰ পিছত সংগ্ৰহ কৰা চাহ গছক মে' মাহৰ শ্ৰেষ্ঠ শেষলৈকে বৃদ্ধি হবলৈ দিয়া হয় আৰু আগৰ বছৰ কলম কৰা ঠাইৰ ডেৰ ওপৰত কলম কৰা হয়।

দেখা গৈছে এপ্ৰিল মাহত ৰোৱা কাটিংছ অক্টোবৰ মাহত চাহ তলিত আৰু অক্টোবৰ মাহত ৰোৱা কাটিংছ এপ্ৰিল মাহত উঠাই নি ৰুব পাৰি। কিন্তু এই অৱস্থাত পুলি সৰু সৰু হৈ থাকে। সাধাৰণতে ১ বছৰ বা ১৮



মাহৰ পিছত ৰুলে ভাল। বেলেগ বেলেগ ক্লনৰ বেলেগ বৃদ্ধি ক্ষমতা দেখা যায়। কিছুমানৰ বৃদ্ধি দ্ৰুততৰ। শিপা ভাল ভাবে বৃদ্ধি পায় সেয়ে ক্লন লৈ ৰুবৰ উপযুক্ত হৈছেনে নাই তাৰতম্য দেখা যায়।

**কাটিংছ সংগ্ৰহ কৰা প্ৰণালী:—**

কাটিংছ সাধাৰণতে জনক গছৰ দুই গাঠিৰ মাজ অংশ লৈ কৰা হয়। কাটিংছ কৰিবলৈ হলে ডাল আৰু পাত খুব কুমলীয়া হবও নালাগে আৰু খুব পুৰঠো হ'ব নালাগে যদি ডাল অতি সহজে বেকা কৰিব পাৰি এই ক্ষেত্ৰত কাটিংছ ভাল নহয়। কাটিংছৰ কাৰণে পাতৰ কাষত থকা সুপ্ত কলিৰে ভাল হয়। কাটিংছৰ দৈৰ্ঘ সাধাৰণতে ৩ চে:মি: সাধাৰণতে কাণ্ডৰ ওপৰৰ অংশ ঠিক কাষৰ কলিও কটা হয় আৰু তলৰ অংশ ওপৰৰ অংশৰ বিপৰীত ধৰণে কটা হয়। সাধাৰণতে কাটিংছ কৰিবলৈ শাখা ডালবোৰ লোৱাতকৈ প্ৰধান প্ৰধান ডালবোৰহে লব লাগে। যদি কাটিংছ ঠিক সময়ত সংগ্ৰহ কৰা নহয়; আৰু সময় আগুৱাই যায় তেনেহলে কাষত থকা কলিবোৰ গজিবলৈ ধৰে; ফলত কাটিংছ সংগ্ৰহ কৰিলে ফল ভাল পোৱা নাযায়।

কাটিংছবোৰ আগতে কৰি থোৱা ভেটিত এদাল ২ চে:মি: দীঘল আৰু ৩ মি: মি: হয়। যিবোৰ কাটিংছৰ শিপা সহজে আৰু যথেষ্ট পৰিমাণে হয় এনে ক্ষেত্ৰত ২০ চে:মি: দূৰে দূৰে ৰুব লাগে। যদি কাটিংছ ১ বছৰৰ বেছি দিন ৰখা হয় তেনেহলে দূৰত্ব আৰু বৃদ্ধি কৰি দিয়া হয়। কাটিংছ অতি চোকা ৰ'দত ৰুব নালাগে। সাধাৰণতে আবেলি ৫ বজাৰ পৰা ৰোৱা ভাল। কাটিংছ এনেদৰে ৰুব লাগে যাতে পাতৰ আগটো উত্তৰমুৱা হৈ থাকে আৰু পাতৰ ওপৰ ভাগ দক্ষিণমুৱা হৈ থাকে আৰু যাতে সূৰ্যৰ পোহৰৰ দ্বাৰা আঘাত নাপায়। কাটিংছ মাটিত ৰোৱাৰ পিছতেই পানী দিব লাগে, যাতে পাতবোৰ সম্পূৰ্ণ ভাবে ভিজি যায়। যদি মাটি শুকাই থাকে তেনেহলে আগেয়ে ভালকৈ পানী দি লব লাগে। কাটিংছবোৰ ৰোৱাৰ পিছত বাঁহৰ ঢাবিৰ দ্বাৰা (bamboo lathe frome) ৰ'দ নপৰিবলৈ ঢাকি দিয়া হয়। আজিকালি এককেথিন বেগতো কাটিং ৰোৱা হয়।

## বায়টেকনলজি বা আধুনিক জৈৱকাৰী কৰি পদ্ধতিৰে চাহগছৰ বংশ বৃদ্ধিঃ—

আধুনিক জীৱবিজ্ঞান বিষয়ত বংশ বৃদ্ধিৰ কৃত্রিম পদ্ধতি কলাকৰ্ষণ বা টিছু কালছাৰ জৈবকাৰীকৰি বিজ্ঞানৰ এক আলোড়ণ কাৰি পদ্ধতি। এই পদ্ধতিৰ সহায়েৰে উচ্চজাত, উচ্চ মানদণ্ড আৰু বেমাৰ আজাৰ প্ৰতিৰোধ কৰিব পৰা নতুন জাত বা সঁচৰ গছ পাব পাৰি। এই পদ্ধতিৰ সহায়েৰে কম সময়ৰ ভিতৰতে একেটা পৰীক্ষা নলীতে বা ফ্লাস্কত বহুতো গছ পুলি পাব পাৰি আৰু বৃদ্ধিৰ বেগো দ্ৰুততৰ কৰি তুলিব পাৰি। বহুবিধ গছৰ ক্ষেত্ৰত উল্লেখযোগ্য সফলতা লাভ কৰা হৈছে। চাহ শিল্পত চাহৰ বিভিন্ন দিশৰ প্ৰয়োজনীয় দিশবোৰলৈ লক্ষ্য কৰি এই কাৰিকৰী কৌশল প্ৰয়োগ কৰা হৈছে। ড: (শ্ৰীমতী) মীনা বৰঠাকুৰ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড: জে,টি, মিশ্ৰৰ যুটীয়া গৱেষণাৰ ফলত এই কৃতিত্ব আৰু সফলতা লাভ কৰা হৈছে।

## পুলি ৰোৱাঃ—

চাহ তলিখনত পুলি ৰুবৰ বাবে ৫০-৬০ চে:মি: দকৈ চহাই মাটি মিহি কৰি বন শিপা আদি আঁতৰাই লব লাগে, বৈজ্ঞানিক পদ্ধতিৰে মাটিৰ অৱস্থান গুণাগুণ চাই নলা খন্দা হয়। এই মাটিত লগে লগে চাহ ৰোৱা ভাল নহয়। এবছৰমান এই মাটি পোক-পৰুৱা মাৰিবলৈ আৰু মাটিৰ উৰ্বৰতা বৃদ্ধিৰ বাবে মেদেলুৱা, ঘন্টাকৰ্ণ, মাইমছা আদি লিগুমিনাছ গছ ৰোৱা হয়। সেউজীয়া সাৰৰ গছবোৰ ১০০ চে:মি: ওপৰত কাটি থাকিব লাগে আৰু পাত মাটিত পৰিব দিব লাগে। উত্তৰ পূৱ ভাৰতত অক্টোবৰ নৱেম্বৰ মাহ পুলি ৰুবৰ বাবে উপযুক্ত সময়। পুলি ৰোৱাৰ আগতে চাহতলিৰ নলা নৰ্দমা আৰু ছাঁ দিয়া গছৰ সু-ব্যৱস্থা কৰিব লাগে। পুলি ৰুবৰ বাবে মাটি ৪৫ চে:মি: দ আৰু ২০ চে:মি: বহল হ'ব লাগে। পুলি ৰোওঁতে শুকান গোবৰ আৰু ফচফেট সাৰ দিয়া হয়। আগতে চাহগছ ১৫০-১৮০ চে:মি: বা তাতোকৈ বেছি দূৰত্বত ৰোৱা হৈছিল, সাধাৰণতে চাহ পুলি চাৰে তিনি আঢ়ে দূৰত্বত ৰোৱা হয়। বৰ্তমান উৎপাদন বঢ়াবলৈ বহুতো বাগিচাত হেক্টৰে প্ৰতি ১২.০০০ ১৫০০০ জোপা গছ আনকি দুই এঠাইত পৰীক্ষামূলক ভাবে এক লাখ জোপাকৈ গছ ৰোৱা হৈছে। বৰ্তমান সৰ্বনিম্ন ১০৫x৬০ চে:মি: দূৰত্ব চাহগছ ৰুবৰ বাবে ধাৰ্য কৰা হৈছে। পুলি ৰোৱাৰ পিছত গছ ঠন ধৰি উঠিলে ২ ভাগ নাইট্ৰজেন ২ ভাগ পটাছ আৰু আধাভাগ ফছফেট দিয়া হয়।



## পুলি গছৰ কলমঃ—

চাহগছ কলম কৰাৰ মুখ্য উদ্দেশ্য হ'ল যাতে গছ জোপাৰ পৰা এক সুবিধাজনক উচ্চতাত সহজকৈ পাত ছিঙিব পাৰি। চাহ গৱেষণাৰ অগ্ৰগতিৰ লগে লগে পুলিগছৰ কলম কৰা নিয়ম বা পদ্ধতি পৰিবৰ্তন হৈছে। আগতে পুলিবোৰ ৰোৱাৰ ২-৩ বছৰৰ পিছতহে কলম কৰা হৈছিল আৰু পাত পাবলৈ ৩-৪ বছৰ সময় লাগিছিল। আজিকালি পুলি ৰোৱাৰ পৰা ছমাহমানৰ ভিতৰতে প্ৰায় ৪০ চে:মি: উচ্চতাত কলম দি গা গছডাল ১৫ চে:মি: মানত কাটি দিয়া হয়। তলৰ পৰা পোখা ওলালে গা-গছ ডাল কাটি দিয়া হয়।

## পাত ছিঙাঃ—

কলম দিয়া গছপুলিবোৰৰ পৰা নতুনকৈ ওলোৱা ডালবোৰ কলম দিয়া নিৰিখতকৈ ২০ চে:মি: ওখ হলে আগবোৰ মাটিৰ সমান্তৰালকৈ ভাঙি দিয়া হয়। আগবোৰ ছিঙি দিয়া বাবে নতুনকৈ ঠেঙুলি মেলিব ধৰে। গৰম আৰু বৰষুণ পোৱাৰ লগে লগে চাহ গছৰ শাখা-পোখাবোৰ লহপহকৈ বাঢ়িবলৈ আৰু এপ্ৰিয়ল মাহৰ পৰাই পাতছিঙিব পৰা হয়। যিবিলাক গছ কলম দিয়া নহয় সেইবিলাক আগৰ বছৰৰ উচ্চতাত ছিঙা হয় আৰু এইবোৰ গছৰ পৰা ফেব্ৰুৱাৰী মাহৰ পৰাই পাত ভালকৈ ছিঙিব পাৰি। এই পাত সাতদিনৰ মূৰে মূৰে ছিঙা হয়। নৱেম্বৰ মাহৰ শেষ বা ডিচেম্বৰ মাহত পাত নোলায় বা অতি কম পৰিমাণে ওলায়। সাধাৰণতে এই সময়ত পাত ছিঙা নহয়। অতি উৎকৃষ্ট মানদণ্ডৰ চাহৰ বাবে এটি কলি দুটি পাত ছিঙলা হয়। বুঢ়া পাতৰ পৰা কৰা চাহ ভাল নহয়। দ্বিতীয় 'ফ্লাছৰ' পৰা কৰা চাহ মানদণ্ডৰ ফালৰ পৰা বিখ্যাত।

## বুঢ়া গছৰ কলমঃ—

চাহ গছ বহুবৰ্ষী গছ। এজোপা গছৰ পৰা ৪০ বছৰ বয়স পৰ্যন্ত লাভজনক ভাবে পাত পাব পাৰি বিভিন্ন অঞ্চলত চাহগছ নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে কলম কৰা হয়। বৰ্তমান ভাৰতৰ ভৈয়াম অঞ্চলত আজিকালি তিনি চাৰি বছৰৰ অন্তৰে অন্তৰে কলম দিয়া হয়। কলম সাধাৰণতে পাত ছিঙা নিৰিখতে বা তাৰ ৫-১০ মি:মি: তলত কৰা হয়। কলম কৰা পাতবোৰ সাধাৰণতে গছৰ গুটিত বা মাটিত পৰিব দিয়া হয়। পিছত এইবোৰেই পচি সাৰ হৈ পৰে। এইদৰে কলম কৰিলে গছে আগতীয়াকৈ আৰু বেছি পাত দিয়ে।

**সাৰ প্ৰয়োগঃ—**

সকলো গছকে আহাৰৰ প্ৰয়োজন। গছে যাতে বেছি পাত পাব পাৰে, সোনকালে বাঢ়ে আৰু সুস্থ সবল হৈ থাকে তাৰ বাবে সাৰ ব্যৱহাৰ কৰা হয়। চাহ খেতিত নাইট্ৰজেন, ফচফৰাচ আৰু পটাছ সাৰ প্ৰধানকৈ দিয়া হয়।

**কীট নাশক বা ৰোগ প্ৰতিষেধকঃ—**

চাহ গছ বিভিন্ন কীট পতংগ আৰু বিভিন্ন ভেঁকুৰ জাতীয় পৰজীৱীৰে আক্ৰান্ত হয়। এইদৰে হোৱা ৰোগ নিয়ন্ত্ৰণ কৰিবলৈ বহুতো ঔষধ পোৱা যায়। ৰোগ অনুযায়ী ঔষধ ব্যৱহাৰ কৰা হয়। ঔষধ ব্যৱহাৰ কৰোতে অতি সাৱধান হ'ব লাগে যাতে পাতত ৰাসায়নিক ঔষধ সমূহে চাহৰ মানদণ্ড হ্ৰাস নকৰে বা এনে পাতত এই ঔষধবোৰৰ কিছু অংশ থাকি নাযায়। সেইবাবে ঔষধবিলাক সাধাৰণতে পাত ছিঙি যোৱাৰ পিছদিনাৰ ভিতৰতে গছ বিলাকত প্ৰয়োগ কৰা হয়। যিমান কম পৰিমাণৰ প্ৰয়োগন ফলপ্ৰদ হয় সেই নিৰ্দিষ্ট পৰিমাণতহে ব্যৱহাৰ কৰা হয়। চাহ আমদানী কৰা দেশবিলাকে ঔষধীয় ৰাসায়নিক দ্ৰব্যবোৰ চাহ পাতত থকা নথকাৰ বাবে যথেষ্ট চকু দিয়ে আৰু এনে দুষিত চাহ অগ্ৰাহ্য কৰে।

## চাহ তৈয়াৰ কৰণ

চাহ তৈয়াৰ কৰিবৰ কাৰণে বিশেষ ব্যৱস্থাৰ কলঘৰ বা ফেক্টৰি থাকে। চাহ তৈয়াৰ কৰা প্ৰণালীৰ ওপৰতে চাহৰ মানদণ্ড যথেষ্ট নিৰ্ভৰ কৰে। চাহ তৈয়াৰ কৰোতে প্ৰধানকৈ চাৰিটা স্তৰৰ মাজেৰে প্ৰস্তুত কৰা হয়। ব্যৱসায়িক দৃষ্টিকোণৰ পৰা চাহ চি,টি, চি আৰু অৰ্থ'দক্স পদ্ধতিত প্ৰস্তুত কৰা হয়। দুয়োবিধ চাহ প্ৰস্তুত কৰোতে প্ৰধান চাৰিটা স্তৰৰ মাজেদি যাব লগা হয়; এস চাৰিটা স্তৰ হ'ল— লেৰে লিকৰণ (withering) মৰ্তন বা পাতমৰা (rolling) ফাৰ্মেন্টেচন (fermentation) আৰু শুকন (drying or firing) মন কৰিব লগীয়া কথা যে চাহ তৈয়াৰ কৰণ এক বিশেষ পদ্ধতিৰে চাহ পাতত থকা জলীয়বাষ্প ক্ৰমাৎ হ্ৰাস কৰি শুকান অৱস্থাত পোৱা এক (process of dehydration) বিশেষ ব্যৱস্থা—



লেৰেলি কৰণঃ—(withering)

চাহপাত ছিঙাৰ পাছতে পাতবোৰ মৰহিবলৈ আৰম্ভ কৰে। এনে অৱস্থাত পাত আৰু কলিত থকা জলীয় বাষ্প বাহিৰ হবলৈ ধৰে। এইদৰে কেঁচাপাতবোৰ কলঘৰত কমেও ১৮ ঘ: ৰখা হয়। অৰথ'দক্স চাহৰ বাবে জলীয় বাষ্প ৬৫-৭০% আৰু চি,টি,চি চাহৰ বাবে ৭০-৭৫% জলীয় বাষ্প হ্ৰাস হবলৈ দিয়া হয়। আজিকালি উইদৰিং টানেল আৰু অন্য অন্য বৈজ্ঞানিক ব্যৱস্থাৰ সহায়েৰে এই পদ্ধতি দ্ৰুততৰ কৰি তোলা হৈছে।

মৰ্ত্তন আৰু ঘৰ্ষণ(rolling)

চাহপাতত থকা ৰাসায়নিক পদাৰ্থ বিলাকৰ ক্ৰিয়াৰ ওপৰতে চাহৰ গুণাগুণ নিৰ্ভৰ কৰে। আগতেই উল্লেখ কৰা হৈছে যে কেঁচা পাতত থকা পলিফেনল পাতত সমভাৱে আৰু সমপৰিমাণে নাথাকে। এই স্তৰত যান্ত্ৰিক ব্যৱস্থাৰে পাতবোৰ খুন্দি ভাঙি দিয়া হয় আৰু ইয়াৰ ফলত পাতত থকা ৰাসায়নিক পদাৰ্থবোৰ নিৰ্গত হৈ বিভিন্ন ৰাসায়নিক গুণ বৃদ্ধি দ্ৰুততৰ কৰি তোলে। চি,টি, চি চাহৰ বাবে আধাঘণ্টা আৰু অৰথ'দক্স চাহৰ বাবে ১ ঘণ্টা সময় মৰ্ত্তন আৰু ঘৰ্ষণ কৰা হয়। এই অৱস্থাৰ পিছতে চি,টি,চি চাহ প্ৰস্তুত কৰিব লগীয়া হলে চি,টি,চি মেচিনত ভৰাই চাহ টুকুৰা টুকুৰ কৰি কটা হয়। চি,টি, চি শব্দৰ অৰ্থ হল পাকখোৱা (curling) ভাঙি ডোখৰ ডোখৰ কৰা (crashing) আৰু কটা (cutting) অৰথ'দক্স চাহৰ বাবে এনে মেচিনত কটা নহয়। এই স্তৰত চাহপাতখিনি সেউজীয়া আৰু থুপখুপীয়া হৈ পৰে।

ফাৰ্মেন্টেছন (fermentation)

সাধাৰণতে ফাৰ্মেন্টেছন বুলিলে কোনো ক্ষুদ্ৰ প্ৰাণী (microorganism) যেনে ভেকুৰ বা বেক্টেৰিয়াই যেতিয়া ৰাসায়নিক বিক্ৰিয়া আনে তেতিয়া ফাৰ্মেন্টেছন বোলে। এই ৰাসায়নিক পৰিবৰ্তন ভেকুঁৰ বা বেকটেৰিয়াৰ কোষত থকা ইনজাইম নামৰ ৰাসায়নিক পদাৰ্থৰ দ্বাৰা হয়। চাহ তৈয়াৰ কৰোঁতে কোনো এনে ধৰণৰ প্ৰাণীয়ে এই পদ্ধতিত অংশ নলয়। কিন্তু চাহপাতৰ কোষত থকা ক্ৰাজাইমবোৰে এনে প্ৰক্ৰিয়া আঁনে। এই স্তৰতে চাহৰ প্ৰধান প্ৰক্ৰিয়া হৈ চাহৰ মানদণ্ড গঢ়ি তোলে। এই স্তৰতে সেউজীয়া থুপথুপীয়া চাহপাতখিনি ৰঙা বৰণৰ হৈ পৰে। অৰথ'দক্স চাহ ৩ ঘ: বাবে আৰু চি,টি,চি চাহ ১৫-২ স: বাবে ফাৰ্মেন্টেছন কৰা হয়। ফাৰ্মেন্টেছন শীতল পৰিবেশত কৰা।

শুকন (drying)

ফাৰ্মেণ্টেছন হৈ যোৱাৰ পাছত কেঁচাপাতখিনি জুইৰ তাপৰ দ্বাৰা শুকোৱা হয়। এই স্তৰত যথেষ্ট সতৰ্কতাৰ প্ৰয়োজন তাপৰ মাত্ৰা আৰু সময়ে এই স্তৰত বিশেষ ভূমিকা গ্ৰহণ কৰে। অৰথ'দক্স চাহৰ বাবে ৬৪'-৬৭' চে:ত ৪০-৪৫ মিনিটৰ বাবে শুকোৱা হয়। চি,টি,চি চাহৰ বাবে ৭০'-৭৩' চে: ২০-৩০ মিনিটৰ বাবে শুকোৱা হয়। শেষ অৱস্থাত চাহত জলীয়বাষ্প শতকৰা ৩-৫ ভাগ পৰ্যন্ত থাকেগৈ। অৰ্থদক্স চাহবোৰ সাধাৰণতে দীঘলীয়া। চি,টি,চি চাহবোৰ মেছিনত কটা বাবে টুকুৰা টুকুৰ বা গুড়া প্ৰকৃতিৰ।

চাহ তৈয়াৰ হৈ যোৱাৰ পাছত ব্যৱসায়িক দৃষ্টি ভঙ্গীৰ পৰা চাহ বেলেগ বেলেগ মানদণ্ডৰে শ্ৰেণীভুক্ত কৰা হয়। বেপাৰীসকলে তেওঁলোকৰ গ্ৰাহকৰ ৰুচিলৈ লক্ষ্য কৰি বেলেগ বেলেগ মানদণ্ডৰ চাহ মিশ্ৰন কৰে। চাহ তৈয়াৰ হৈ যোৱাৰ পাছত যন্ত্ৰ নিয়ন্ত্ৰণেৰে বেলেগ বেলেগ ব্যাসৰ ৰন্ধ্ৰৰ চালনিৰে চাহ চলা হয়। আৰু এই ধৰণে চলা চাহ বেলেগ বেলেগ মানদণ্ডৰ চাহত (grade) অন্তৰ্ভুক্ত কৰা হয়। প্ৰধানকৈ চাহ দুটা শ্ৰেণীত পৃথক কৰা হয়। যেনে ভঙা চাহ (broken grade) আৰু পতীয়া চাহ (leaf grade) ভঙা চাহৰ আকৌ বেলেগ বেলেগ শ্ৰেণীত ভগোৱা হয়; যেনে— ফ্লাউয়ৰি ব্ৰকেন অৰেঞ্জ পিক (flowery broken orange pekoe), ব্ৰকেন অৰেঞ্জ পিক' (Broken orange pekoe) ব্ৰকেন পিক' (Broken pekoe) ব্ৰকেন পিক চৌচাং (Broken pekoe Souchong) ইত্যাদি।

বৰ্তমান কলঘৰত উচ্চমান বিশিষ্ট চাহ তৈয়াৰ কৰিবলৈ আৰু পাত লেৰেলুৱা (wirhering) ফাৰ্মেণ্টেছন, শুকোৱা (drying) আদি পদ্ধতিত সময় উষ্ণতা, আৰ্দ্ৰতা আদিৰ লগত সম্পৰ্ক ৰাখি এক নিখুঁত পদ্ধতিত চাহ তৈয়াৰ কৰিবলৈ আৰু বিভিন্ন পদ্ধতিৰ লগত যোগাযোগ ৰাখিবলৈ ইলেকট্ৰনিকছ আৰু কমপিউটাৰ পদ্ধতি প্ৰয়োগ কৰিবলৈ গৱেষণা চলিছে; যাতে উচ্চমান বিশিষ্ট চাহ তৈয়াৰ কৰাত ব্যাঘাত নহয়। আশা কৰা হৈছে এটা সময়ত কলঘৰত চাহ তৈয়াৰ কৰা বিভিন্ন স্তৰ (stage) আৰু পদ্ধতি কম্‌পিউটাৰৰ সহায়ত নিয়ন্ত্ৰণ কৰি দক্ষতাৰে কলঘৰ বোৰত চলোৱা হ'ব। অসমৰ ৰাজহুৱা খণ্ডৰ অনুদান এমট্ৰনে (AMTRON) এই বিষয়ে গৱেষণা চলাইছে আৰু বিভিন্ন যন্ত্ৰপাতি নিৰ্মাণত আগবাঢ়িব পাৰিছে।



# চাহশিল্প প্ৰকৃতিৰ বন্ধু

পৃথিৱীৰ সকলো দেশতে অৰ্থনৈতিক উন্নয়নৰ কাৰণে শিল্প উদ্যোগ বাঢ়ি আহিছে আৰু ইয়াৰ ফলত বনাঞ্চল ধ্বংস হ'ব ধৰিছে। এনে শিল্প উদ্যোগৰ পৰা নানা ধৰণৰ দুষিত পদাৰ্থ বায়ুমণ্ডলত নিৰ্গত হ'ব ধৰিছে। ইয়াৰ ফলত জীৱ জগত আৰু উদ্ভিদ জগত আক্ৰান্ত হ'ব ধৰিছে, বহু শিল্প উদ্যোগেই প্ৰদূষণৰ বাবে জগৰীয়া। দেখা গৈছে চাহশিল্পই পৰিবেশ প্ৰদূষণ নকৰে। পৰিবেশ ধ্বংস নকৰে, বৰং এই শিল্পই পৰিবেশ বিশুদ্ধ কৰাত সহায়হে কৰে। চাহ গছে নিজে আৰু চাহ বাগিচাৰ মাজে মাজে ৰোৱা গছবোৰে বতাহ নিৰ্মল কৰি ৰাখে; বায়ুমণ্ডলত এঙাৰ গেছৰ পৰিমাণ বাঢ়ি আহিছে। এঙাৰগেছে সূৰ্যৰ তাপ শুহি পৰিবেশৰ উষ্ণতা বৃদ্ধি কৰিব পাৰে। কিন্তু চাহ গছ আৰু ছাঁ গছে এনে বাঢ়ি অহা এঙাৰ গেছ (Co2) অম্লজানৰ (O2) অনুপাত ৰক্ষা কৰি পৰিবেশৰ ভাৰসাম্যতা ৰক্ষা কৰাত সহায় কৰাৰ সম্ভাৱনা আছে। চাহ এনে এক কৃষি পদ্ধতি যাৰ পৰা মিথেন (methane) গেছ বায়ুমণ্ডলত নিৰ্গত হোৱাৰো আশা কম। আজিকালি কলঘৰত কয়লাৰ ব্যৱহাৰ কমি আহিছে। সেয়ে কলঘৰৰ পৰা ওলোৱা ধোঁৱাই পৰিবেশ দূষিত কৰাৰ মাত্ৰা কমি আহিছে। চাহ বাগিচাৰ চাৰিওফালে বহুতো হাবি, গছ-গছনি দেখা যায়। সেয়ে চাহ শিল্পই অন্য গছ-গছনিৰ বৃদ্ধিত বাধা নিদিয়ে। চাহ শিল্প প্ৰকৃতিৰ বন্ধু বুলিহে ক'ব পাৰি।

## চাহ কিছুমান প্ৰশ্ন আৰু উত্তৰ

১। চাহৰ উৎপত্তি স্থান
চীনদেশ
২। পৃথিৱীত প্ৰথম চাহখোৱা প্ৰচলনৰ সময়
খৃ: পূ: ২৭০০
৩। পৃথিৱীৰ প্ৰথম চাহখোৱা ব্যক্তি
চীনদেশৰ চেন্‌নং
৪। পৃথিৱীৰ প্ৰথম পানীয় চাহ,
পানীৰ পাছত চাহেই ব্যাপকভাৱে প্ৰচলিত পানীয়
৫। পৃথিৱীৰ ব্যাপকভাৱে প্ৰচলিত পানীয়
চাহ
৬। পৃথিৱীত দিনে চাহ খোৱাৰ পৰিমাণ
দিনে ১০০ নিযুত কামতকৈও অধিক চাহ খোৱা হয়।
৭। চাহ বিষয়ৰ প্ৰথম কিতাপ
চ্ছাচ্ছিং, ৭৮০ খৃষ্টাব্দত এই কিতাপখন লিখা হয়।
৮। চাহ বিষয়ৰ প্ৰথম লেখক
চীনা দাৰ্শনিক পণ্ডিত লু-ইউ
৯। পৃথিৱীৰ প্ৰথম ব্যৱসায়িক বিজ্ঞাপন
৭৮০ খৃষ্টাব্দত লু-ইউৱে দিয়া বিজ্ঞাপনটিয়েই পৃথিৱীৰ প্ৰথম ব্যৱসায়ীক বিজ্ঞাপন
১০। পৃথিৱীৰ প্ৰথম চাহ কোম্পানী
আসাম কোম্পানী (১৮৩৮)
১১। পৃথিৱীৰ বহু প্ৰকাৰৰ চাহ বনোৱা দেশ
চীন দেশ, ৩৫০ ত কৈও অধিক শ্ৰেণীৰ চাহ বনোৱা দেশ
১২। পৃথিৱীৰ বেছি চাহখোৱা জাতি
ইংৰাজ গড় হিচাবে এজন ইংৰাজ লোকে ৩.২২ কেজি চাহ খায়।



১৩। চাহ খোৱা বিশ্ব ৰেকৰ্ড
১৯৮১ চনৰ ২৩ মাৰ্চ তাৰিখে জাৰ্মানীৰ ৪ জন যুৱকে চাহ খোৱাৰ এটা বিশ্ব ৰেকৰ্ড কৰে, এওঁলোকে ৪ ঘন্টাৰ ভিতৰত ৮০ কাপ চাহ খাই এক নতুন বিশ্ব ৰেকৰ্ড স্থাপন কৰে।
১৪। চাহ পাত ছিঙা বিশ্ব ৰেকৰ্ড
টাঞ্জানিয়াৰ বাণাৰ্ড মুনজিয়নো ডমিয়ানে ১৯৮২ চনত দিনে গড় হিচাবে ৩০২ কেজি চাহপাত ছিঙি বিশ্ব ৰেকৰ্ড স্থাপন কৰে।
১৫। চাহ বিষয়ৰ প্ৰথম পেটেণ্ট
১৭৭৪ চনত জন ব্ৰাডহাম্‌ নামৰ এজন মানুহে "The bounten" নাম দি এক চাহদানি তৈয়াৰ কৰে। এই চাহ দানিটো বিশেষ বিশেষত্ব পূৰ্ণ নহ'লেও তেওঁ এই চাহদানিটো তেওঁৰ নামত পেটেণ্ট কৰে।
১৬। চাহৰ সৰ্বোচ্চ মূল্য— জাপানত ১ কিলোগ্ৰাম সেউজীয়া চি,টি,চি চাহ ১.২৫ লাখ টকাত বিক্ৰী হোৱা খবৰ পোৱা যায়।
(দৈনিক জনমভূমি ১৯.৯.৯৩)
১৭। এটা চীনা মাটিৰ চাহ পাত্ৰৰ সৰ্বোচ্চ মূল্য
৮৯০০০ ডলাৰ
১৮। এটা ৰূপৰ চাহদানিৰ সৰ্বোচ্চ মূল্য ইংলেণ্ডত ১৯৪৯ চনত ৯০০ পাউণ্ডত এটা ঐতিহাসিক চাহ দানি বেচা হয়।
১৯। হিটলাৰৰ টি চেটৰ মূল্য ১৩ হেজাৰ ডলাৰ।
২০। পৃথিৱীৰ বৃহত্তম আকাৰৰ চাহ পিয়লা জোৰ ডিজনিলেণ্ডত (আমেৰিকা) থকা চাহ পিয়লাযোৰেই পৃথিৱীৰ সৰ্ববৃহৎ চাহ পিয়লা, ইয়াত অনায়াসে চাৰি পাঁচজন লোক ঘূৰা-ফুৰা কৰিব পাৰে।
২১। পৃথিৱীৰ বৃহত্তম আৰু সৰ্বোত্তম চাহ উৎপাদনকাৰী দেশ।
ভাৰতবৰ্ষ
২২। প্ৰতি হেক্টৰত বৃহত্তম চাহ উৎপাদনকাৰী দেশ, জাপান।
২৩। পৃথিৱীৰ বৃহৎ পৰিমাণৰ চাহ ৰপ্তানিৰ বজাৰ ইংলেণ্ড।
২৪। পৃথিৱীৰ প্ৰথম চাহ গৱেষণাগাৰ টোকলাই চাহ গৱেষণাগাৰ, যোৰহাট,
২৫। ভাৰতবৰ্ষৰ দ্বিতীয় সৰ্ববৃহৎ বৈদেশিক মুদ্ৰা আৰ্জনকাৰী সামগ্ৰী বৰ্তমান চাহেই ভাৰতবৰ্ষৰ দ্বিতীয় বৃহত্তম পৰিমাণৰ বৈদেশিক মুদ্ৰা আৰ্জনকাৰী সামগ্ৰী।

২৬। ভাৰতবৰ্ষৰ প্ৰথম চাহৰ নীলাম ১৮৬১ চনত কলিকতাৰ বজাৰত প্ৰথম চাহ নীলাম কৰা হয়।

২৭। ভাৰতবৰ্ষৰ প্ৰথম শ্ৰমিক ধৰ্মঘট। ১৮৪৮ চনত 'অসম কোম্পানী'ৰ শ্ৰমিক সকলে নিয়মীয়া হাজিৰাৰ বাবে দাবী কৰা ধৰ্মঘট ভাৰতৰ শ্ৰমিক বুৰঞ্জীত প্ৰথম ধৰ্মঘট বুলি জনা যায়।

২৮। ভাৰতৰ বেছি সংখ্যক তিৰোতাৰ নিযুক্তিৰ শিল্প। চাহশিল্প।

২৯। অসমলৈ অহা প্ৰথম মটৰগাড়ী, অসমলৈ প্ৰথম মটৰগাড়ী চাহ শিল্পৰ যোগেদিয়েই আহে, নিউটন গিল নামৰ এজন চাহ খেতিয়কে যোৰ নামৰ মটৰ গাড়ী এখন আনে। ১৯০৪ চনত এই মটৰ গাড়ীখন অনা হৈছিল।

৩০। অসমৰ প্ৰথম ক্লাব।

যোৰহাটৰ ওচৰৰ জিমখানা ক্লাবেই অসমৰ প্ৰথম ক্লাব। ১৮৭৫ চনত এই ক্লাব স্থাপন কৰা হৈছিল।

৩১। শিৱসাগৰ আৰু যোৰহাট জিলাৰ প্ৰথম লোহা আৰু টিংপাতৰ ঘৰ- যোৰহাটৰ জিমখানা ক্লাবেই শিৱসাগৰ আৰু যোৰহাটৰ প্ৰথম লোহা আৰু টিংপাতেৰে বনোৱা ঘৰ, ১৮৭৫ চনত এইঘৰ বনোৱা হৈছিল।

৩২। অবিভক্ত শিৱসাগৰ জিলাৰ প্ৰথম পকা পথ:-

ন আলিৰ পথা জিমখানা ক্লাবলৈ যোৱা পথেই শিৱসাগৰ জিলাৰ প্ৰথম পথ।

৩৩। অসমলৈ অহা প্ৰথম জীপগাড়ী, অসমলৈ ১৯৪১ চনত প্ৰথম জীপগাড়ী আহে আৰু গাড়ী জিমখানা ক্লাবত প্ৰদৰ্শন কৰা হয়।

৩৪। অসমলৈ অহা প্ৰথম উৰা জাহাজ, ১৯২৮ চনত অসমলৈ প্ৰথম এৰোপ্লেন আহে আৰু জিমখানা ক্লাবৰ পথাৰত অৱতৰণ কৰে, টোকলাই চাহ গৱেষণাগাৰৰ টলষ্টৰ পৰিবাৰৰ টান নৰিয়া হোৱাত টানষ্টলৰ অনুৰোধত এই প্লেনখন আহে আৰু টানষ্টলৰ পৰিবাৰক এই প্লেনেৰে চিকিৎসাৰ বাবে কলিকতালৈ নৈ যোৱা হয়।

৩৫। অসমৰ প্ৰথম চাহ বেচা দোকান— ১৯৬৫ চনত যোৰহাটৰ বৰ্তমান নিৰ্মল চাইকেল দোকানৰ স্থানত দুখন দোকান আছিল। এখন অসমীয়া আৰু এখন মাৰোৱাৰী সম্প্ৰদায়লোকৰ আছিল। অসমীয়া দোকানখনত



থলুৱা চাহ গছৰ পৰা হাত আৰু ৰ'দেৰে শুকুৱাই বনোৱা চাহ বেচা হৈছিল।

৩৬। অসমত আধুনিক চিকিৎসা শিক্ষাৰ প্ৰথম গুৰি ধৰোতা- ড: জন বেৰিহোৱাইট, প্ৰথমে তেওঁ মেডিকেল স্কুল স্থাপন কৰে আৰু অসমত আধুনিক চিকিৎসা ব্যৱস্থাৰ ভেটি স্থাপন কৰে।

৩৭। অসমত প্ৰথম চিনেমা ষ্টুডিও ক'ত হৈছিল। ভোলাগুৰি চাহ বাগিছা, ১৯৩৪।

৩৮। অসমৰ প্ৰথম বৈজ্ঞানিক গৱেষণা কেন্দ্ৰ— টোকলাই চাহ গৱেষণাগাৰ, ১৯১১ চনত এই গৱেষণাগাৰ স্থাপন হয়।

৩৯। অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জন্মৰ আঁৰত

অসমীয়া ছাত্ৰ কেইজনমান এক চাহ খোৱা মেলত কথা পাতোতে অসমীয়া ভাষাৰ উন্নতি সাধনী সভাৰ জন্ম হয়। প্ৰথম অধিবেশন ১৮৮২ চনৰ ১৫ আগষ্ট তাৰিখে হৈছিল।

৪০। অসমীয়া পানী ইচি-চিয়া, বৰুণ মণি তিতা হাতীৰ সমান দাম কৰি বেছি দিয়া পিতা।

৪১। "চাহাব কিয় বোলে" শব্দৰ উৎপত্তিৰ ধেমেলীয়া ব্যাখ্যা "চাহেন বা পাতু ইতি চাহাব, চাহ খাই ৰক্ষা পৰি থাকে দেখি চাহাব।"

৪২। এককিলো কেঁচা চাহপাতেৰে কিমান কলা চাহ পাব পাৰি ? ২৫০ গ্ৰাম ?

৪৩। একাপ চাহৰ শক্তিৰ পৰিমাণ (দুচামুচ চেনী আৰু গাখীৰ) ৬০ কেলৰি।

৪৪। এক কিলো চি, টি, চি, বা 'অৰ্থডক্স' চাহেৰে কিমান কাপ চাহ বনাব পাৰি ? ৩৫০-৫০০ কাপলৈকে।

৪৫। এককিলো ইনচটেণ্ট টিৰে কিমান কাপ চাহ পাব পাৰি ? ২০০০-৩০০০ কাপ।



আলোকচিত্র—১ নহপহীয়া হাতের কোনেলো চিঙিলো।





আলোকচিত্র—২ কলম নকবা চীন দেশীয় চাহগছ।



আলোকচিত্ৰ—৩ কলম নকৰা অসমদেশীয় চাহগছ





আলোকচিত্ৰ—৪ এটি সুপ্ত(dormant) চাহৰ থোৰ।



আলোকচিত্ৰ— ৫ এটি বৰ্ধমান চাহৰ থোৰ





আলোকচিত্ৰ—৬ এজোপা কলমপৰা চাহগছ।




ছবি—১ পাত তোলাৰ আগে আগে চাহগছৰ কাণ্ডৰ অৱস্থান






ছবি—২ ক-ক: কলম কৰাৰ সমতা
খ-খ: পাত চিঙাৰ সমতা
গ: প্ৰাথমিক সমূহ
ঘ: কলম কৰা পাচৰ কাণ্ডৰ অৱস্থা
ঙ: কলম কৰাৰ পাচত পাতবিহীন ঠালসমূহ
চ: 'বেইন্টেনেন্স' পত্ৰ
ছ: কেটাফিলচ



ছবি—৩ চাহ বনোৱা যন্ত্রপাতি আবিষ্কাৰ হোৱাৰ আগতে ভৰিৰে আৰু কাঠৰ জাতত পাত মৰা হৈছিল।





ছবি—৪ অতীতৰ ফাৰ্মেনটেচন্ কৰাৰ পদ্ধতি



ছবি—৫ অতীতৰ পাত শুকোৱা পদ্ধতি













































ছবি—৬ চাহ বাগিচাৰ পৰা কাপলৈ

